# ছিপাঝাৰ

## চৰকাৰী সাহাৰ্য্যপ্ৰাপ্ত উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ

# আলোচনী

আৰ্থিকভাৱে

শ্ৰীনৱ কুমাৰ হাজৰিকা ।
॥ সম্পাদক ॥

সম্পাদক ॥ শ্ৰীনৱ কুমাৰ হাজৰিকা

সহঃ সম্পাদক ॥ শ্ৰীপদ্মধৰ ডেকা

॥ ১৩শ সংখ্যা ॥ ॥ ১৯৬৪ চন ॥

# ছিপাঝাৰ

## চৰকাৰী সাহায্যপ্ৰাপ্ত উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ

# আলোচনী

## *সূচী—

# কবিতা কুঞ্জ

মাটিৰ শৰীৰ এই মিলি যাব মাটিতেই
নাথাকিব শৰীৰৰ চিন ।
মাটি হৈ যোৱা আগে নিজে মাটি হব লাগে
তেতে নাম থাকে চিৰদিন ॥

—ধনাই বৰা

# নেহৰুৰ মহা প্ৰয়াণত

শ্ৰীপুঞ্জধৰ চহৰীয়া
নৱম শ্ৰেণী ( বিজ্ঞান )

ভাৰত গৌৰৱ ৰবি হঠাতেই কিয় আজি
ডুব গ'ল ভাৰতৰ কাল মেঘ ছাঁত !
শোকাতুৰ সুৰ ধ্বনি কেতেকীৰ হিয়া ভাঙি
উঠে তাৰ প্ৰতিধ্বনি দূৰ নীলিমাত ।
জীৱন বীণাৰ আজি চিঙি গ'ল সূক্ষ্ম তাঁৰ
সংগ্ৰাম-জীৱন সুৰ নেবাজে তুনাই :
ভাৰতৰ বন্তি গছি কালে দিলে নুমুৱাই
কোন আছে দিব আজি বাট দেখুৱাই ?
সুখ-শান্তি পয়োভৰ বিসৰ্জিলা পৰাণৰ
মঙ্গল কামনা হেতু আই ভাৰতৰ,
দুখ-ক্লেশ নিৰ্য্যাতন কত শত নিপীড়ন
নীৰৱে সহিলা তুমি মহা জীৱনৰ ।
একেৰি জিৰণি দেব নাসাধিলা জীৱনত
কৰ্ম্মময় জীৱনৰ কম্মৰ মাজত,
কত শত বাধা বিঘ্ন সকলোটি হয় ভগ্ন
স্বাৰ্থহীন কৰ্ত্তব্যৰ কোবাল সোঁতত ।
পৰাণ বিহ্বল আজি শোকৰ কবিতা সাজি
শতবাৰ দোহাৰিছো জীৱন তোমাৰ,
গুচি গ'লা বীৰ তুমি দীৰ্ঘ পৰিক্ৰমা জিনি
অজানিতে সুৰ তুলি চিৰ বিষাদৰ ।
হে মহান !
কিনো আছে কিনো দিম আকিঞ্চন দীন হীন
নিচলা দৰিদ্ৰ আমি অসম-সন্তান,
আজীৱন আমৰণ মিলি দেৱ পুনুবাৰ
পাওঁ যেন যুগে যুগে তব দৰশন ।

# শৰতৰ ৰূপ

শ্ৰীউপেন্দ্ৰ ডেকা
প্ৰাক্তন ছাত্ৰ ।

প্ৰকৃতিৰ নিকা ৰূপ
শান্ত সমাহিত ;
শ্যামল বিটপী ৰাজি
ধূলি বিবৰ্জিত ।

ডালে ডালে বিহঙ্গৰ
কোমল কাকলি ;
নীলাকাশ মেঘালীৰে
উদুলি মুদুলি ।

আকাশত নিকা জোন
ৰূপালী পৃথিৱী ;
সমীৰে বিলাই দিয়ে
শেৱালী সুৰভি ।

সগুজাত সুৰুযৰ
সোণালী কিৰণ ;
আকাশত ছটিয়ায়
সোণোৱালী ৰঙ্ ।

সন্ধিয়াৰ সমীৰৰ
মৰমী পৰশে ;
সেউজী ধাননি ডৰা
ঢেউ খেলি নাচে ।

দিগন্ত প্ৰসাৰা এয়া
নীল আকাশত ;
জাকি মাৰি উৰি যায়
বগলীৰ জাক ।

শুকুলা মেঘৰ স'তে মন মোৰ উৰি যায়
মধুছন্দা ৰূপোৱালী জোনৰ দেশলৈ ;
কেনেনো লাগিব বাক ৰূপালী দেশত মোৰ
আকাশৰ ফুলনিত অকলে অকলে ।

—:०:—

# সৃষ্টি ৰেখা

শ্ৰীকৈলাশ কুমাৰ ভূঞা
নবম শ্ৰেণী ( বিজ্ঞান )

বননিৰ সেউজীয়া কুমলীয়া পাত
বসন্তত হালি জালি পৰে,
অকমাণি পখিলাই তাৰেই কাষত
উলাহতে গীত গাই উৰে।

সময়ৰ স'তে নিতে নব-ৰূপ ধৰি
হয় সবে অতিকে শুৱনি,
আপোন পাহৰা হয় সপোনত ভাঁহি
দেখি এই সেউজী বননি।

গন্ধ পুষ্প ৰাজি নানা ৰঙ বেৰঙৰ
মউ-মাখি ভ্ৰমৰ গুঞ্জৰ
বিয়পায় মধুৰিমা সৌৰভ শিখাৰ
নিকুঞ্জ বন কৰে সুন্দৰ।

ভূবন ভুলোৱা এই বননিৰ ৰূপ
দেখি সবে আনন্দৰ নীৰ,
অদৃশ্য বিশ্ব-কৰ্ত্তাৰ সৃষ্টি ৰেখা দেখি
অজানিতেই দো খায় শিৰ।



# এটি সৰোবৰৰ পাৰ

শ্ৰীভৱানী চৰণ দাস।
৭ম (ক) শ্ৰেণী।

কেনেনো ধুনীয়া এই সৰোবৰ
পদুম আছে ফুলি;
ঘাঁহী বন বোৰে তাৰেই পাৰত
নাচিছে হালি জালি।

ৰাজ হংস দ্বয় সৰোবৰ বুকে
চৰিছে আপোন মনে,
প্ৰকৃতি বুকুত কুলি কেতেকীয়ে
গাইছে ঘনে ঘনে।

পুৰণি বস্ত্ৰ ওফৰাই পেলাই
নতুনক লৈ বাচি,
ঠন ধৰি উঠিল বনৰ গছবোৰ
নকৈ সাজোন কাচি।

গুণ্ গুণ্ কৰি ভোমোৰাই আহি
ফুলৰ শোভা বঢ়ালে,
বাসন্তী মলয়ে ঢৌ খেলি খেলি
পদুমৰ গোন্ধ বিলালে।

ময়ুৰ ময়ূৰী মনে মনে নাচে
কতনো হৰিণী চৰে,
ৰূপেৰে ৰূপালী সৰোবৰ পাৰ
মন উক উক কৰে।

---

# আমি গাম বিজয়ৰে গীত

শ্ৰীইন্দ্ৰেশ্বৰ শইকীয়া
নবম শ্ৰেণী (বিজ্ঞান)

আমি গাম জনতাৰ
আমি গাম সমতাৰ
আমি গাম বিজয়ৰে গীত।

জীৰ্ণ সমাজৰ পঙ্কিল পথে
আমাৰ পথ যদি ৰুদ্ধ কৰে
মহামানৱৰ মহান বাণীৰে
উচ্চ নীচৰ প্ৰাচীৰ ভাঙি
মিলাম পথৰে ধূলীত;
আমি গাম বিজয়ৰে গীত।

পৃথিৱীৰ চুকে-কোণে
সকলোতে সমভাৱে
সূৰুযে কিৰণ ঢালে,
মানুহৰ মনে মনে
কলুষতা দূৰ হলে
জ্ঞানৰ বন্তি জ্বলে।

আমি ৰচি যাম জনতাৰ জয় গান,
আমি উলাহেৰে দিম তাত কণ্ঠ দান;
আমি সবে একেলগে
গাই যাম একে সুৰে
উজ্বলাই জনতাৰ চিত,
আমি গাম বিজয়ৰে গীত।

আমাৰ মনে বিচাৰে—
আমাৰ প্ৰাণে বিচাৰে—
শান্তি-নিজৰা,—
বৈ যোৱা ক্ষিপ্ৰ গতিত;
আমি গাম বিজয়ৰে গীত।

—/—/—/O/—/—/—

# কৃষক মনৰ ছন্দ

শ্ৰীবীৰেন্দ্ৰ কুমাৰ শৰ্ম্মা
অষ্টম শ্ৰেণী (বিজ্ঞান

ডাৱৰৰ স'তে মিলি যোৱা
সোঁথৰ বিশাল আকাশ।
সোঁৱা দূৰত সৰু সৰু আলিবোৰ কলৈ লৰি গৈছে ?
আকাশত সেয়া ডাৱৰবোৰে কিহৰ ফাকুৱা খেলিছে ?
—নেহৰু গুচি গ'ল ! তথাপি তাঁহাঁতৰ আনন্দ লাগিছে !!
সোঁজন মোৰ ভাই। সি উভটিছে—ঘৰলৈ।
কান্ধত তাৰ নাঙল ;
শোকাতুৰ তাৰ মন, অন্তৰ।
"নেহৰু আজি নাই"।
তথাপি,—তথাপি তাৰ ভাল লাগে,
মেঘাবৃত আকাশখনি।
কিন্ কিন্ বৰষুণ পৰি তাৰ পথাৰখনি ফিকি উঠিব।
লেটিপেটি বোকাৰে আহাৰৰ পথাৰত
সোণগুটি সিচিব সি
মাটি ডৰাৰ সঁতে তাৰ নিবিড় সম্বন্ধ
নাঙলখনি তাৰ কিমান আপোন !
মাটি আৰু নাঙলৰ সঙ্গতেই তাৰ জীৱন -
তাৰ সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ-বেদনা।
আৰু সকলো।
তাৰ বৰ ভাগৰ লাগিছে !
চলবলীয়া দুচকুত তাৰ ভাঁহি উঠে পথাৰখনি ;
জাগি উঠে তাৰ অন্তৰত—অধিক শস্য উৎপাদন কৰি
সীমান্তৰ জোৱানক সহায় কৰাৰ হেঁপাহ।
দেশৰ দহৰ উপকাৰ কৰাৰ হেঁপাহ।
সি জীয়াই থাকিব বিচাৰে বহুদিন, নেহৰুৰ স'তে।
কিন্তু ক'তা ? নেহৰু যে নাই !!

# এটি সুৰ // স্বাধীনতাৰ

শ্ৰীমোহন চন্দ্ৰ শৰ্ম্মা ।
৭ম (ক) শ্ৰেণী

চৰাই এজাক উৰিছে
দূৰ দিগন্তত ;
দূৰ আৰু দিগন্ত সিহঁতৰ
আশাৰ সপোন ।
সিহঁত স্বাধীন চিৰিখা ।
লুইতৰ পাৰৰ কণ্ঠৰী দৰাক
এটি হৰিণা পোৱালী ।
অজস্ৰ আকাশত সকলৰ হেঙুলী আভা,
সপোন সপোন লগা ;
— এয়াও স্বাধীন ।
লুইতখন চিৰ প্ৰবাহমান
অনন্ত সাগৰত বিলীন, তাৰ —
শেষ আকাংক্ষা ।
কত শত বাধা ভেটা,
সি কিন্তু নেমানে ।
সেয়ে লুইতো স্বাধীন ।
বিশ্বৰ সবেও ভাল পায় — স্বাধীনতা ;
স্বাধীনতা সকলোৰে কাম্য ।
মুক্ত আকাশত উৰা—চৰাইজাক,
লুইত পাৰৰ আজলী হৰিণীটি,
চিৰ প্ৰবাহমান লুইত :—
এয়া সকলো স্বাধীন চিতিয়া ।



# নেহৰু খুড়া

শ্ৰীসংৰাম বড়া
অষ্টম শ্ৰেণী (কলা)

মহা মানৱৰ মহান তীৰ্থত
জনমিলা তুমিও মহান হ'ই ;
দুখুনী ভাৰতীক স্বাধীন কৰিলা
বন্ধন শিকলি দলিয়াই থ'ই

বাপুৰ বাণীয়ে তোমাকো জগালে
কাৰাবাস খাটিলা মিচিকি হাঁহিৰে ;
অহিংসাৰ বণুৱা তুমি হে মহান
তোমাৰ গুণ-গান জগতে কৰে ।

ভাৰতৰ কৰ্ণধাৰ শান্তিৰ পূজাৰী তুমি
কৰি গলা শান্তিৰ প্ৰচাৰ ;
তোমাৰেই অবিহনে জগতবাসীয়ে আজি
কৰে হায় কত হাঁহাকাৰ !

জগতক কন্দুৱাই গলা গ'ই দূৰলৈ
অজ্ঞানৰ আৱাহনি পাই
মৰমৰ খুড়া তুমি মৰিও অমৰ হ'লা
ইতিহাসে কৰ বিভিয়াই ।

ভকতি অঞ্জলী কৰিছোঁ প্ৰদান খুড়া
তোমাৰেই চিৰি চৰণত ;
তোমাৰ বাণীৰে শান্তনা লভিম আমি
তোমাৰ এই শেষ বিদায়ত ।

—/—/—/0/— —/—

# প্ৰবন্ধ পুঞ্জ

সাহিত্য সদায় জীৱন আৰু সমাজৰ লগত জড়িত থাকে; ই জীৱন আৰু সমাজক নকল নকৰে, কেৱল ইয়াৰ উদ্দেশ্যৰ ফালেহে ধাৱমান হয়।

—অস্কাৰ ওৱাইল্ড

# বিহু আৰু অসমীয়া সংস্কৃতি

শ্ৰীৰুদ্ৰেশ্বৰ ডেকা
নৱম শ্ৰেণী (কল)

বিহু অসমীয়াৰ মাই জাতীয় উৎসৱ, বাপতি সাহোন আৰু অসমীয়াৰ হাড়ে হিমজুৰে লগা উৎসৱ। অসমীয়াৰ যদি আটাইতকৈ কিবা ৰং ৰহসৰ উৎসৱ আছে তেন্তে সি বিহু। অসমীয়াৰ এক অজ্ঞাত অলিখিত সংগৰ পোনপটীয়া প্ৰতিনিধিত্ব কৰা এই বিহু-টিয়েই অসমীয়াৰ প্ৰাণ, মান, এটি আনন্দৰ সঁফুৰা। গতিকে বিহু বুলিলে অসমীয়া ডেকা, গাভৰু, লৰা-বুঢ়া, ধনী-দুখীয়া সকলোৰে ৰক্ত প্ৰবাহত তেজৰ পিৰপিৰণি উঠে। এই বিহুতেই লুকাই আছে অসমীয়া জাতিৰ সভ্যতা, সংস্কৃতি আৰু সভ্যতা। বিহু উৎসৱেই অসমীয়া জাতীয় সংস্কৃতি বিকাশ কৰি আহিছে। ৺ৰজনীকান্ত বৰদলৈ দেৱৰ মতে কবলৈ গলে "বিহু অসমীয়াৰ বাপতি সাহোন। বিহু অবিহনে অসমীয়া জাতি জীয়াই থাকিব নোৱাৰে। কিয়নো এই বিহুতেই লুকাই আছে অসমীয়া জাতিৰ লোকগীত, ভাষা, সাহিত্য, ৰীতি নীতি, ধৰ্ম্ম সংস্কাৰ আৰু সমাজ ব্যৱস্থা। অতীতৰ পৰা বৰ্ত্তমানলৈকে অসমীয়া জাতিৰ কৃষ্টি আৰু জাতীয় সংস্কৃতি প্ৰকাশ হৈ আহিছে। এই বিহু উৎসৱৰ মাজেদি।"

বুৰঞ্জীয়ে ঢুকি নোপোৱা আবহমান কালৰ পৰাই পৰিৱৰ্ত্তনৰ মাজেদি আহি বিহুৱে আজিৰ অৱস্থা পাইছে। বাস্তৱতে আদিম মানুহৰ বনৰীয়া মনটোৰ অন্তৰালতেই বিহুৰ বীজ পোতখাই আছিল, লাহে লাহে মানুহে যেতিয়া সভ্য জীৱনত ভৰি দিলে, কেচা মঙহ এৰি যেতিয়া উৰ্ব্বৰা পৃথিৱীৰ বুকুত বনৰীয়া শস্য আনি সিচি পেটৰ ভোকৰ দিহা কৰিলে, তাৰ লগে লগেই মানুহৰ মনৰ অন্তৰালত থকা কৃষ্টিৰ পুলিটো নত-পতীয়াকৈ গজি উঠিল। বিহুৰ আচল অৰ্থ আনন্দ। আদিম মানৱৰ জীৱিকাৰ খোপাৰেই আছিল আনন্দ, যিদিনা এটা পশু পাইছিল আৰু পেট ভৰাই খাব পাইছিল তেতিয়াই আনন্দত মতলীয়া হৈছিল, আনন্দতে নাচ-গান কৰিছিল। কিন্তু যেতিয়াৰ পৰা মানুহ কৃষিজীৱি হ'ল তেতিয়াৰ পৰা মানুহৰ আনন্দ প্ৰকাশৰ সময় সীমাবদ্ধ হ'ল। কৃষিজীৱি মানুহে আশাৰে উদ্ভাষিত হৈ কৃষিত নামোতে, কৃষিৰ ফলৰ অদমনীয় সম্ভাৱনাই আৰু শাওণৰ বৰষুণ, জেঠৰ ৰ'দত হাড়ভঙা পৰিশ্ৰমৰ অন্তত ভাগৰ অৱসাদ কৰিবলৈ অৱকাশ পাওঁতে আৰু আশাৰ লখিমী আনি ভঁৰালত ভৰাওঁতে, কৃষিৰ ফল আহৰণৰ পৰিপূৰ্ণতাই মাতি আনিলে স্বৰ্গীয় সুখ, আৰু লগে লগেই উৎসৱৰ সূচনা হ'ল আৰু লাহে লাহে ৰীতিত পৰিণত হৈ বিহু বুলি খ্যাত হ'ল।

আনহাতে আমাৰ বিহু উৎসৱ প্ৰকৃতি উৎসৱ। ঋতু পৰিৱৰ্ত্তনৰ লগত বিহুৰ অবিচ্ছেদ্য সম্বন্ধ আছে। প্ৰকৃতিৰ বুকুতে আমি ডাঙৰ-দীঘল হৈছো। গতিকে প্ৰকৃতিত যেতিয়া নতুন বস্তুৰ সৃষ্টি হয় তেতিয়া মানুহৰ মনোৰাজ্যতো ইয়াৰ প্ৰতিক্ৰিয়া হয়। তেতিয়া মানুহৰ তেজত পিৰ-পিৰণি উঠে আৰু সেই আনন্দক ৰূপ দিবলৈ পাতে উৎসৱ। আমাৰ বিহু উৎসৱৰো সম্বন্ধ প্ৰকৃতিৰ লগত।

গতিকে দেখা যায় যে বিহু কৃষি সমাজৰ প্ৰকৃতি কেন্দ্ৰ উৎসৱ। এই দৰেই আমাৰ বিহু তিনিটাৰ সূচনা। ইয়াৰ পাচত যেতিয়া জ্যোতিষৰ গণনাই নক্ষত্ৰ আৰু

স্থান উলিয়ালে আৰু বাৰটা মাহৰ নাম দিলে তেতিয়াৰ পৰাই নিৰ্দ্ধাৰিত দিনৰ দিনা এই বিহু উৎসৱ হবলৈ ধৰিলে ।

বিহু শব্দৰ নামাকৰণ সম্পৰ্কে বহুবিলাকৰ বহু মত । জন প্ৰিয়তাৰ ফালৰ পৰা সংস্কৃত "বিষুব" শব্দৰ পৰা বিহুৰ উৎপত্তি হয় । প্ৰত্নতাত্বিক শ্ৰীৰাজ মোহন নাথে অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ তিনিচুকিয়াৰ বৈঠকৰ অভিভাষণত বিহুৰ উৎপত্তিৰ সম্পৰ্কে কৈছিল যে সামবেদৰ "বেহ্" শব্দৰ অৰ্থ জড়িত "বিসু" শব্দৰ পৰা বিহুৰ উৎপত্তি হয় ।

আন এটা যুক্তি মতে বিহু কৃষিজীৱি আষ্টিক আৰু মঙ্গোলীয়বিলাকৰ কৃষিজড়িত উৎসৱ । পিচত এই উৎসৱৰ ওপৰত আৰ্য্য সংস্কৃতিৰ প্ৰভাৱ পৰে । আষ্টিকসকলৰ পিচত বড়ো, চুটীয়া, বৰাহী, মৰাণ আদি আদিম পূৰ্ব পুৰুষসকলৰ এটা ঠান সম্ভৱতঃ খ্ৰীষ্টপূৰ্ব ৩০০০—২০০০ৰ ভিতৰত অসমত সোমায়হি । তেওঁলোকেও কৃষিৰ লগত জড়িত ৰাখি পালন কৰাৰ পাচত ইতিমধ্যে বৈদিক সংস্কৃতিৰ প্ৰভাৱ পৰাত এই উৎসৱৰ লগত কিছুমান আনুষ্ঠানিক অনুষ্ঠানৰ সূচনা হয় । কামৰূপৰ মঙ্গোলীয় সকলে গৰু বিহুৰ সময়ত গৰুক গা-পা ধুৱাই নতুন পঘা দি পূজা কৰিবলৈ ধৰে । দক্ষিণ পূৱ এচিয়াত বাস কৰা মঙ্গোলীয়বিলাকে আজিও এই উৎসৱ পালন কৰে ।

কিন্তু ইয়াৰ পাচত অসমলৈ ত্ৰয়োদশ শতিকাত পাটকাই পৰ্ব্বত পাৰহৈ অহা টাইবিলাকে লুইতৰ পাৰলৈ আহি যেতিয়া দেখিলে যে উৎসৱৰ সময়ত গৰুক গা-পা ধুৱাই পূজা কৰে তেতিয়া তেওঁবিলাকে এই উৎসৱক "বৈহু" আখ্যা দিলে । টাই ভাষাত 'বৈ' মানে পূজা আৰু 'হু' মানে গৰু । বৈহু কালক্ৰমত বিহুলৈ ৰূপান্তৰিত হ'ল ।

আমি অসমীয়াসকলে কাতিত কঙালী, মাঘত ভোগৰলী ভোগালী আৰু বহাগত বং ৰহহুৰে ভৰা ৰঙালী বিহু উদ্ যাপন কৰি আহিছোঁ । কাতি বিহুৰ সময়ত শস্যই সেউজীয়া বং লৈ লহ-পহকৈ বাঢ়ি আহে, খেতিয়কৰ মনত অপাৰ আনন্দৰে ভৰি পৰে । গতিকে তেওঁলোকে সেই আনন্দক ৰূপ দিবলৈ কঙালী বিহুৰ আয়োজন কৰে । এই বিহুত ধাননিত, তুলসী তলিত শৰাই চাকি দিয়া হয় । বাস্তৱতে এই শৰাই দিয়া প্ৰথা পুৰণিৰ মানুহে জুই জলাই দেওঁভূত খেদা প্ৰথাটোৰ অনুকৰণ । তাৰ পাছত এই সামান্য আয়োজনৰে তুখীয়াৰ বিহু কঙালীক অসমীয়াই বিদায় দিয়ে । ইয়াৰ পাছত শস্য পকে, সোণ বৰণীয়া ধাননিত মনত অফুৰন্ত আশালৈ দাৱনী নামে । গোটেই পৃথিবীক শীতে আকোৱালী লয় । সোণ বৰণীয়া শইচৰে কৃষকৰ ধৰ ভৰে আৰু কৃষকৰ মনত সুখৰ বেঙুনি দেখা যায় । আনহাতে আকাশস্পৰ্শী মেজিৰে পথাৰ শুৱনী হয় । এইয়া অগ্নি পূজাৰ আয়োজন । শক্তিশালী দেৱতা কাৰণে তেওঁক সন্তুষ্ট কৰিবৰ কাৰণে আৰ্য্যবিলাকৰ দিনৰ পৰাই অগ্নিক পূজা কৰিছিল । সেই কাৰণে আজিও ভোগালী বিহুত মেজি পোৰে আৰু এনেৰ মন্ত্ৰটো এইদৰে মাতে ( অগ্নিক ঘৃতাঞ্জলী দি )

"অগ্নি প্ৰজ্বলিতং বন্দে চাতুৰ্বণ্য হুতাশনং ।
স্বৰ্ণবৰ্ণসমলং জ্যোতি ৰূপায়তে নমঃ ॥"

আনহাতে ভোগালী বিহুত ভেলাঘৰ সাজি লগ ভাত খোৱা নিয়মৰ গুৰিতে হ'ল আদিতে মানুহে কৃষি শেষ কৰি আহাৰ বিতৰণ উৎসৱ পাতিছিল । সেইকাৰণে অসমীয়া ৰাইজে আশাৰ লখিমী চপাই আনি ভেলাঘৰ সাজি একেলগে লগ ভাত খাই আহিছে । আনহাতে গছ, তামোল পান বন্ধা আদি তাহানিৰ দেওঁভূত খেদাৰ অনুকৰণ মাত্ৰ । শ্ৰীশঙ্কৰ দেৱৰ দিনৰ পৰা বিহুৰ আনুষ্ঠানিক অংশ হিচাবে নাম কীৰ্ত্তন অপৰিহাৰ্য্য হৈ সোমাই পৰিল ।

শীত বাগৰি বসন্তত পৰিল। ফাগুনৰ বতাহে এজাকে ধূলি মাকতি চতিয়াই দি গ'ল—বিহুৰ বতৰা। প্ৰকৃতি দেৱীয়ে নিজৰ সৌন্দৰ্য্যৰ সম্ভাৰ মেলি জগতক মুগ্ধ কৰিলে। সেউজ বুলিয়া কুঁহি পাতেৰে প্ৰকৃতি ৰমক্-জমক্ হ'ল। বতাহৰ ছেৱে গছপাতৰ নাচোনে বিহুৰ আগলি বতৰা দিলে। বাটে পডুলিয়ে ফুলি উঠিল সগন্ধে পালিতা নানান ফুলবোৰ আৰু বাটে-ঘাটে হাবিয়ে বননিয়ে পাহাড়ে বন্দৰে ফুলি উঠিল বন পুষ্পৰাজি। কেতেকীৰ আমোল-মোল গোন্ধ আৰু কপৌ ফুলৰ ৰূপে অসমীয়া ডেকা-গাভৰুৰ মন কমোৱা তুলা যেন কৰিলে। মন্দিৰৰ চূড়াটোৰ দৰে হৈ ফুল উঠা ৰঙীণ কুঁহিপাতেৰে নাহৰ জোপাই, পলাশ শিমলু কেইজোপাই, তিনি আলিৰ মূৰত ফুলা অশোক জোপাই ঠন ধৰি উঠিল। বিহুৱা চৰাইৰ গাত বিহু লাগিল। গছৰ ডালে ডালে কোকিল আৰু কেতেকীয়ে সুললিত ধ্বনিৰে মন উৰুঙা কৰিলে। দৰ-দৰণিৰ পৰা জান জুৰি নৈ মুকলি পথাৰ নেউঁচি পেপা, ঢোলৰ টকাৰ মাত উটি আহিল; প্ৰকৃতিৰ বুকুত সৃষ্টিৰ স্পৃহা জাগি উঠিল; প্ৰকৃতি ফলৱতী হ'ল। শিপিনীৰ শালত খট্ খট্ মাকোৰ মাতে গোটেই গাওঁখন ৰন-জনাই গ'ল।

প্ৰথম দিনা গৰু বিহু আয়োজন হ'ল। আৰ্য্যবিলাকৰ সেই গো-পূজাৰ প্ৰথাটোকে অনুকৰণ কৰি মাহ হালধী দি, দীঘলতি আৰু মাখিয়তি কোবাই গৰুক আশীৰ্ব্বাদ কৰা হয়, লাওঁ বেঙেনাৰে ঢুউৱা হয়। গধূলি গৰুৱে নতুন পঘা পায়। গোহালিত লাই জাবেৰীৰ আগ দুটামান আৰু ডাঙৰ আগ দুটামান পেলাই এটা জাগ দিয়া হয়। পিচদিনা মানুহ বিহু। বিহুৱানৰ আদান প্ৰদান হয়। খোৱা বোৱাৰ পৰাতো এই বিহুক ছিৰা উৎসৱ, এঠা লগা দৈ উৎসৱ বুলিব পাৰি। ইয়াৰ পাছত খেল-ধেমালি আৰু বিহুৰ নৃত্যগীতে গোটেই অসমক খলকনি লগাই নিদিলেওঁ এদিন অসমীয়াৰ হুচৰি, বিহু নৃত্য গীতত গোটেই অসম মুখৰিত হৈছিল। আজিও মন উতলোৱা ভাৱ মাধুৰীৰে বসন্ত অনুৰাগে ৰঞ্জিত ডেকা-গাভৰু, বুঢ়া, মেথা, ল'ৰা-ছোৱালী আনন্দ সম্ভোগত ডুবি খন্তেকলৈ হলেও সাংসাৰিক তাপৰ উপশম কৰে।

সাধাৰণতে সংস্কৃতি বুলিলে সুকুমাৰ কলাকে বুজায়। মানুহে ইন্দ্ৰিয়ৰ জৰিয়তে আনন্দ লাভ কৰিবৰ কাৰণে, মনৰ সন্তুষ্টিৰ কাৰণে অনেক কলা প্ৰয়োগ কৰে। ইয়াকে সংস্কৃতি বোলে। বাস্তৱিকতে আমাৰ যিবোৰ বিহু উৎসৱ বিহুগীত, নৃত্য, বনগীত, হুচৰীগীত, খেল আছে সেইবোৰ অসমীয়া সংস্কৃতিৰ উৎকৃষ্ট উপাদান। এই বিহু উৎসৱতেই অসমীয়া ৰুচি, অভিৰুচি- খোৱাৰ তৃপ্তি, শিল্প নিপুনতা, আচাৰ ব্যৱহাৰ, সমাজ ব্যৱস্থা আদি সাঙোৰ খাই আছে। গতিকে কবলৈ গলে বিহুৱে অসমীয়া জাতীয় সংস্কৃতি বিকাশ কৰিছে।

বিহু অসমীয়া সংস্কৃতিৰ জাতীয়তাৰ কলচী। অসমীয়া সংস্কৃতিক এটা দোল বুলি বিবেচনা কৰা হয় তেনেহলে বিহুয়ে এই জাতীয় সংস্কৃতিৰ দোলৰ ওপৰত কলচীৰূপে জিলিকিব। বিহু

এনে এটা উৎসৱ য'ত অসমীয়াৰ কামনা বাসনা, ভাষা-সাহিত্য, সভ্যতা, ধৰ্ম্ম সংস্কাৰ নিহিত হৈ আছে কোনো এটা জাতিৰ মানদণ্ড সংস্কৃতিৰ মাপকাঠি অনুসৰি জোখা হয়। বিহুয়ে অসমীয়া জাতীয় সংস্কৃতিৰ মাপকাঠি।

বিহু গীত আৰু বিহু নাচ :—বিহুক উপলক্ষ কৰি গঢ়ি উঠা আমাৰ বিহু গীত, বিহু নাম, গীত-চন্দবোৰ যে কিমান মধুৰ। এই বিহু গীতবোৰ অসমীয়া সংস্কৃতিৰ চাকিৰ শলিতা। প্ৰকৃতিৰ বুকুত যেতিয়া সৃষ্টিৰ স্পৃহা জাগি উঠে, বসন্তৰ পূৰ্ণ পয়োভৰত পৰ্ব্বত পাহাৰৰ গছবোৰে বসন্তৰ বানত হালি জালি থকা প্ৰণালীটোকে অনুকৰণ কৰি তেওঁলোকেও হাত ওপৰলৈ তুলি দি কঁকাল ভাঙি ভাঙি নাচিবলৈ শিকিছিল। সেয়ে বিহু নৃত্যৰ সূচনা, আৰু লাহে লাহে এই নাচৰ লগে লগে সুৰ মিলাই এবিধ গীত গোৱাৰ প্ৰথা উলিয়ালে। সেয়ে আজিৰ বিহু গীতৰ সূচনা। অঙ্গ চালনা আৰু কণ্ঠস্বৰ চালনা আদিম সভ্যতাৰ প্ৰাচীনতম আৰ্ট। বঙালী বিহুতেই বিহু-গীত আৰু বিহু নাচৰ খলকনি বেছি। বঙালীৰ আগমনত অসমৰ ইমূৰ সিমূৰ আনন্দৰে ভৰি পৰে। প্ৰত্যেক অসমীয়াৰ প্ৰাণে প্ৰাণে মধুৰ শিহৰণ লাগে। অসমীয়া ডেকা-গাভৰু বৈ থাকিব নোৱাৰে। ডেকাইতে ঢোল, পেঁপা, টকা, গগণা লৈ বিহুতলী মুখৰিত কৰে। বিহুৱতীয়া গাভৰুৱে মন উজাৰি গায়।

"চ'তে গৈ গৈ বহাগে পালেহি
ফুলিলে ভেবেলী লতা,
কৈ থাকো মানে ওৰকে নপৰে
আমাৰ বিহুটিৰে কথা।"

আজি প্ৰায় আঢ়ৈ কুৰিমান বছৰ আগতে অসমৰ গাওঁবোৰত নিশা বিহু চলিছিল। ডেকা-গাভৰুৱে সমবেত হৈ টকা, পেপা, গগণা, খোল-তাল, ঢোল আদি লৈ বিহু পাতি ভোৰ চেৰে চেৰে নাচিছিল। এই বিহুগীত আৰু বিহুনৃত্য আহোমসকলৰ দিনত নতুন ৰূপত দেখা দিছিল। বিহুনৃত্য আৰু গীতৰ মাজতেই প্ৰণয় উদ্ভৱ হৈছিল।" বিহু গীতৰ জৰিয়তে গাভৰুৱে গুপ্ত অন্তৰৰ বেথাখিনি প্ৰকাশ কৰিছিল। এইদৰে—

"কাহানিকৈ আহিব বহাগৰ বিহুটি
কাহানিকৈ কান্দিব কুলি,
কাহানিকৈ ধৰিবা হাতত মুঠি মাৰি
মোক যে চেনাইটি বুলি।"

আকৌ বিহুৱলীয়া ডেকাই বিহু গীতৰ জৰিয়তে এইদৰে অন্তৰৰ আনন্দখিনি প্ৰকাশ কৰিছিল।

"কিনো তামোলখনি দিলা মোক লাহৰী
দুখনি হাতেৰে ললো,
সেই তামোলখনি খাবৰে পৰা
ভূমি মই একেটা হলো।"

গতিকে দেখা যায় বিহু গীতেই ডেকা-গাভৰুক পৰস্পৰক পস্পৰৰ সমীপলৈ আনিছিল। বিহু নাচতেই কোনো ডেকাই গাভৰুক জীৱনৰ লগৰী কৰি লৈছিল। এইদৰে বিহুক কেন্দ্ৰ কৰি, বিহু

তলীত চেনেহীক উদ্দেশ্য কৰি, বিহুৰ আগমণত, বিহুৰ বিভিন্ন কাৰ্য্যকলাপলৈ যিবিলাক বিহুগীত ৰচনা হৈছে বা চলি আহিছে, সিবোৰ অসমীয়া সংস্কৃতিৰ এটা ডাঙৰ উপাদান।

অতি পুৰণি কালৰ পৰাই অসমত নৃত্য গীতৰ প্ৰচলন আছিল। প্ৰত্যেক চোৱালী বিহু নাচ আৰু গীতত নিপুণ আছিল। নৃত্য গীত নহলে বিহু উকা। বিহুৰ নাচনীয়ে খোপাত কপৌফুল গুজি, নখত জেতুকাৰ বোল লৈ ডেকাৰ ঢোলৰ কোবত পখিলীৰ দৰে নাচিলেহে বিহুতলী আনন্দ মুখৰ হয়। ৰঙালী বিহুৰ লগত নৃত্যগীতৰ অতি ওচৰ সম্বন্ধ। অসমীয়া নাৰীৰ দেহ-মন বিহুত লীন হৈ আছে, দেহৰ প্ৰত্যেক অঙ্গ প্ৰত্যঙ্গৰ মাজেৰে নৃত্যৰতা অসমীয়া গাভৰুৱে সকলোখিনি ভাব গীতৰ মাজেদি প্ৰকাশ কৰে।

হুচৰী গীতো অসমীয়া সংস্কৃতিৰ ডাঙৰ উপাদান। হুচৰী গীতত বিহুগীতৰ দৰে কামনা বাসনা নাই। আহোম যুগৰ পৰাই হুচৰী গীত চোতালে চোতালে গোৱা নিয়ম হ'ল। যেতিয়া সমাজত মহাজন শ্ৰেণীৰ প্ৰতি পক্তি বেছি হ'ল, তেতিয়াৰ পৰাই এই গীতৰ সূচনা। হুচৰী গীতত মহাজন শ্ৰেণীৰ গুণানুকীৰ্ত্তন কৰি গায়। এই—

"দেউতাৰ পদুলিত
গোন্ধাইছে মাধুৰি
কেতেকী মলে মলায় ঐ
গোবিন্দাই ৰাম।"

হুচুৰী গীতবোৰেও বিহু উৎসৱত এডোখৰ বহল ঠাই অধিকাৰ কৰিছে।

বিহু গীতৰ লগতে আৰু এক শ্ৰেণী গীত আছে সেইবোৰ প্ৰধানকৈ বনগীত বুলি জনাজাত। বনগীত, মৌখিক গীত, আৰু বিহু গীতবোৰেই কবিতা সাহিত্যৰ আদি স্তৰ। বন গীতত উপমাৰ এক বহল স্থান আছে। মনত উদয় হোৱা সৌন্দৰ্য্যবোধৰ লগত খাপ খোৱা বস্তুৰ উপমা দি বনগীত গোৱা হয়। বন গীতত এইদৰে বৰ্ণাইছে :—

"সেউতীৰ এপাহি মালতীৰ এপাহি
কেতেকীৰ টৌৱালি পাহি।
তোমাৰ দেহাটি পদুমৰ পাহি যেন
মালিকী মধুৰী তাঁহি॥"

বিহুৰ গীত পদৰ বাহিৰেও বিহু উৎসৱত অসমীয়া মানুহৰ ৰুচি অভিৰুচি, আচাৰ ব্যৱহাৰ সাঙোৰ খাই থাকে এই ক্ষেত্ৰত বিহু উৎসৱত অসমীয়া খাদ্য, পিঠা পনাই এক বহল ঠাই অধিকাৰ কৰিছে। আজি অসমীয়াই পুৰণি পিঠা পনাৰ মোল বুজি নাপালেও নগৰত বিহু পিঠা পনাৰ সলনি বিহু চাহ (হোটেলত) কেক, ৰসগোল্লা, পাওডাৰ মিল্ক, চুজি, ভিজিটেবুল ঘিত ভজা লুচিয়েই বিহুৰ সম্ভাৰ হলেও এদিন বিহুৰ বিভিন্ন পিঠা-পনাই লোক খা, লোক খা কৰিছিল। এই বিহুৰ পিঠা-পনা, খোৱা খাদাৰ মাজেদি অসমীয়া সংস্কৃতিৰ বৈশিষ্ট ফুটি ওলাইছিল। আজি তাৰ নাম মাত্ৰহে ৰৈছে গৈ।

বিহু বুলিলে শিপিনীৰ তাঁত শালৰ খট্ খট্ মাতে গোটেই গাওঁ ৰজনজনাই যায়। অসমীয়া জীয়ৰী-বোৱাৰী তাঁত শিল্পত নিপুণ। সেই কাৰণে নিজ হাতে বৈ দিবলৈ নাপালে ভাল

নলগা জীয়াৰী-বোৱাৰীয়ে বিহুৱানৰ অভিযান চলায়। সেই বিহুৱান খনিতেই আছে শিপিনীৰ গৌৰৱ। বহাগৰ বিহু আহিল। অসমীয়া জীয়াৰী-বোৱাৰীয়ে বিহুৰ গামোচা দি অন্তৰৰ মৰম যাচিলে। "মৰমৰ দীঘ দি চেঁপাহৰ আচুৰে বোৱা" কোনোবাই প্ৰিয়জনক ৰং-চঙীয়া বিহুৱান এখনি আগ বঢ়ালে, কোনোবাই গামোচাৰ আগত ৰঙা ফুল দি দিলে, আকৌ কোনোবাই মাজত গুটি ফুল দি প্ৰিয়জনলৈ বিহুৱান পঠিয়াই দিলে। এইদৰে দেখা যায় বিহুৱানখনিত অসমীয়া শিপিনীৰ শিল্পীমন এটা সোমাই থাকে, ইয়াত সৌন্দৰ্য্য বোৱৰ কাৰণে কলা প্ৰয়োগ কৰা হয়। গতিকে বিহুৱানখনিক অসমীয়া সংস্কৃতিৰ জ্বলন্ত প্ৰতীক বুলি কব পাৰি। ইয়াত যেন অসমীয়া সংস্কৃতি গাঠি খোৱা আছে।

বিহু অসমীয়া সংস্কৃতিৰ চাঁচৰ উপাদান। যি জাতিৰ গীত-বাদ্য, নৃত্য উৎসৱ আদি নাই সেই জাতি প্ৰাণহীন। বিহু উৎসৱত যিবোৰ বিহু গীত, বিহু নাচ, বন গীত, গীতছন্দ সাংস্কৃতিক অনুষ্ঠান আছে সেইবোৰ অসমীয়া সংস্কৃতিৰ আগ বস্তু। কিন্তু বিহু উৎসৱৰ সাংস্কৃতিক অনুষ্ঠানবোৰ কমি আহিল। ঢেকাৰ হাতৰ পৰা ঢোলৰ মাৰী সোলোক খালে। বিহুনাচ দোমাহীৰ পৰিৱে হ'ল। হাবিত কেতেকী কপৌ, পদুলিত নাহৰৰ গোন্ধে আমোল মোল কৰিলেও কোনেও বিহুটিৰ কথা মনলৈ নানে। ঢোল, পেপা, গগণাৰ মাতত ডেকা-গাভৰুৰ চিত উগুল-থুগুল নহয়। বিহুতলীত নাচোনৰ প্ৰয়োজন নাই। চহৰত বিহু উৎসৱৰ সোঁৱৰণি মাত্ৰ আছে। তাত দুই এদিনৰ কাৰণেহে বিহু সন্মিলনৰ আয়োজন হয়। গাঁৱত গতানুগতিক হিচাবে বিহু উৎসৱ চলি আছে। আজি বিহু উৎসৱত বিদেশী বস্তুয়ে ছানি পেলালে। ধনৰ বিনিময়ত হৰেক ৰকমৰ বিহুৱান পোৱা হ'ল। বিহু নাচনীৰ খোপাত প্লাষ্টিকৰ ফুলে শোভা পালে, মুগা পাট মেখেলাৰ ঠাইত বিলাতী কাপোৰ, বিহু নাচনীৰ গাত যে সোঁ-পাটি ডাবৰে শোভা নাপায় তাক পাহৰি গ'ল। আজি বিহু উৎসৱৰ আৰু অসমীয়া সংস্কৃতিৰ শোচনীয় অৱস্থা। বিহু উৎসৱক আগৰ দৰে উজ্জলাবলৈ হলে বিহুৰ সাংস্কৃতিক অনুষ্ঠানবোৰক পুণৰ বাচকবনীয়া কৰি তুলিব লাগিব। অসমীয়া সংস্কৃতিৰ এই সন্ধিক্ষণত আমাৰ বিহুগীত সমূহৰ গৱেষণাৰ আৱশ্যক হৈ পৰিছে। আমাৰ বিহু উৎসৱক আকৌ আগৰ দৰে উজ্জলাই তুলিব পাৰিলে অসমীয়া সংস্কৃতি বহুগুণে জিলিকিব।

---

# অসমীয়া জাতীয় জীৱনত শংকৰ মাধৱ

শ্ৰীচণ্ডীৰাম শৰ্ম্মা
প্ৰাক্তন ছাত্ৰ।

বিশ্ব ইতিহাস মানৱ জাতিৰ ক্ৰম বিকাশৰ এটা সুন্দৰ নিদৰ্শন। এই ক্ৰম বিকাশেই মানৱজাতিক ক্ৰমাত নিচৰ পৰা উচ্চলৈ, অজ্ঞানৰ পৰা জ্ঞানলৈ নি ইতঁৰ পশুৰ শ্ৰেণীৰ পৰা বেলেগকৈ আনৰাই আনিছে। যি সকলে এই বিশ্বৰ বৰঙণীত নানাভাৱে শ্ৰেষ্ঠস্থান অধিকাৰ কৰি গৈছে; তেনে ইতিহাস প্ৰসিদ্ধ মহাপুৰুষ দুজনৰ কাৰ্য্যাৱলী গোটেই সামান্য হিচাপে আলোচনা কৰিবলৈ মানস কৰিলোঁ।

আজি প্ৰায় ৫০০ বছৰৰ আগতে গোটেই বিশ্বৰ ওপৰেৰে এটি সোঁত বৈছিল। যাক নেকি আমি আধ্যাত্মিক যুগ বুলি কব পাৰোঁ। এই সময়টো জগতৰে এটি চিৰস্মৰণীয় দিন। ৰজা-প্ৰজা কোনোৱে কাকো নমানিছিল; ধৰ্মৰ চিন মোকামবিলাক বিনষ্ট হৈছিল। গোটেই জগতখন তেতিয়া এটা ঘোৰ বিপ্লৱে ক'লা মেঘৰ দৰে আচ্ছন্ন কৰি মানৱৰ জীৱন সদাইকৈয়ে দৰ্ব্বহ কৰি তুলিছিল। ৰাজনীতি, সমাজনীতি কোনো এটাৰে শৃঙ্খলা নাছিল। ধৰ্মৰ নামত চলিছিল মানৱে ব্যভিচাৰ, ৰাজনীতিত বিন্ধিছিল পাপ। মানুহৰ মাজত হৈছিল কটা কটি, যদ্ধ বিগ্ৰহ পশুতকৈও নীচলৈ নামিছিল ভগৱানৰ শ্ৰেষ্ঠ প্ৰাণী মানৱ।

এই ব্যভিচাৰে ভাৰতকো যে জয় কৰা নাছিল এনে নহয়। সুদূৰ অতীতত পাঁচ শ বছৰ আগতে সদাইকৈয়ে ভাৰত বৰ্ষক এটি এন্ধাৰ যুগে আৱৰি ধৰিছিল। তেতিয়া ভাৰতৰ মানুহে পাহৰি গৈছিল ধৰ্ম, পাহৰি গৈছিল নিজত্ব। পবিত্ৰ ভগৱৎ আৰাধনা এৰি দি ভাৰতীয় সমাজে বাচি লৈছিল শাক্ত, তান্ত্ৰিক আদি ধৰ্ম। কিন্তু এই ব্যভিচাৰ, অবিচাৰে আমাৰ মাজত বেচিদিন খোপনি পুতিবলৈ নেপালে। সকলোৰে জিকাৰ থাই উঠি বিচাৰিলে শান্তি। ঠায়ে ঠায়ে মহাপুৰুষ সকলে জন্ম গ্ৰহণ কৰি উঠি পৰি লাগিল এক শৰণীয়া নাম ধৰ্ম, ভগৱান শ্ৰীকৃষ্ণৰ ঐশ্বৰীক চৰিত্ৰ আৰু পুৰুষত্ব প্ৰচাৰ কৰাত।

অন্যান্য দেশবোৰৰ দৰে আমাৰ অসমতো কেবাজনো ধাৰ্ম্মিক পুৰুষে জন্ম গ্ৰহণ কৰি অসমীয়া ভাষা, কৃষ্টিকলা, সাহিত্য, জাতীয়তা, শিক্ষা-দীক্ষা, সমাজ আদিৰ প্ৰৱৰ্ত্তনৰ প্ৰবাল আন্দোলন তুলি দি অসমীয়া এটা জাতি হিচাপে পৰিচয় দি গ'ল সমগ্ৰ ভাৰতবৰ্ষত।

যিসকলৰ ভিতৰত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীমাধৱ দেৱৰ স্থান সকলোৰে ওপৰত। কত যাত প্ৰতিঘাতৰ জুকলা হৈও অসমীয়াই আজিকোপতি অসমীয়া জাতীয়তা বজাই ৰাখিবলৈ সমৰ্থ হৈছে। কিয়নো শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱে অসমীয়া ভাষা সাহিত্যত যি দান দি গ'ল তাৰ জোৰতে আজি অসমীয়া জাতি মৰিও জীয়াই আছে। মানৰ আক্ৰমনত দেশ ধ্বংস অৰাজকতা হ'ল। মোৱামৰীয়া বিদ্ৰোহে ৰজা প্ৰজা সকলোকে জুকলা কৰিলে। আনহাতে ইংৰাজ শাসনৰ পাতনি মেলাৰ লগে লগে বহু বছৰলৈকে অসমত বঙালী ভাষা প্ৰচলন হ'ল। কিন্তু কোনো এটিয়েও শঙ্কৰী ভাষা কৃষ্টি লোপ পেলাব নোৱাৰিলে। হাজাৰ বাধা বিঘিনী নীৰৱে সহ্য কৰি হলেও অসমীয়াই কোনোদিনে বাহিৰৰ শত্ৰু ভিতৰত

বিভীষণৰ ভাব লোৱা নাই। ইয়াৰ মূলতে হ'ল মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ঐশ্বৰীক দান। অসমীয়া জাতিৰ ভাষা কৃষ্টি আৰু সভ্যতাৰ ভেটি অচল অতল নহলে কেতিয়াও এনে নহ'লহেঁতেন।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ জন্ম হয় বৰ্ত্তমান নগাওঁ জিলাৰ আলি পুখুৰী নামে ঠাইত ১৪৪৯ খৃঃত। আৰু ১৫৬৮ খৃঃত কোঁচ বিহাৰত তেওঁ পৰলোক প্ৰাপ্তি হয়। এই গৰাকী প্ৰতিভাশালী মহাপুৰুষৰ মহিমাৰ অন্ত নাই। তেওঁ অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি, বৰগীত, পদ, অঙ্কীয়ানাট, সত্ৰ, নামঘৰ, খোল, মৃদংগ আদিৰে অসমীয়া সংস্কৃতিৰ জাকত জিলিকা ৰূপ দি জন্মভূমিক সঁচাকৈয়ে নিৰুপমা কৰি থৈ গ'ল। সাহিত্যৰ ফালৰ পৰা বিচাৰ কৰি চালে দেখা যায় তেখেতৰ কীৰ্ত্তন, দশম, ৰুক্মিণী হৰণ কাব্যই অসমীয়া সাহিত্যৰ দিব্য উপবনত পাৰিজাতৰ দৰে আজীৱন আমোল মোলাই থাকিব। পৰত ভৈয়ামৰ গাৰো, মিকিৰ সকলোকে একে সমান কৰি বৃহৎ অসমীয়া জাতি গঠন কৰাতো, অসমীয়া সংস্কৃতিৰ পিতা এই গৰাকী মহাপুৰুষৰ ওচৰত অসমীয়া চিৰকাল ধৰুৱা হৈ থাকিব লাগিব।

মহাপুৰুষ মাধৱদেৱ, শঙ্কৰদেৱৰ প্ৰধান শিষ্য আছিল। মাধৱদেৱ পোন প্ৰথমতে শাক্তধৰ্মী আছিল। পিচত শঙ্কৰদেৱৰ লগত তৰ্কত হাৰি শাক্ত মত পৰিহাৰ কৰি ভাগৱতী ধৰ্মত দীক্ষিত হব লগাত পৰিছিল। মাধৱ দেৱৰ চৰিত্ৰ আৰু কাৰ্য্যকলাপত অশেষ মহৎ গুণৰ সমাবেশ দেখিবলৈ পোৱা যায়। শ্ৰীশঙ্কৰদেৱে প্ৰতিষ্ঠা কৰা সনাতন ভাগৱতী ধৰ্মৰ আনুষ্ঠানিক ভেটি বান্ধি দিয়ে মাধৱদেৱে। শ্ৰীমাধৱদেৱ আছিল এজন মহাপুৰুষ। গতিকে তেওঁ প্ৰতিষ্ঠা কৰা ধৰ্মই অসমত মহাপুৰুষীয়া ধৰ্ম ৰূপ ললে। বিশুদ্ধ আচাৰ নীতি প্ৰবৰ্ত্তিত কৰি ভোট, মিৰি, যৱন, কছাৰী, গাৰো আদি জাতি ধৰ্ম নিৰ্ব্বিশেষে সকলোকে শৰণ দি ধৰ্ম প্ৰচাৰ কৰি সমাজত একতাৰ বান্ধ তৈয়াৰ কৰিছিল মহাপুৰুষ মাধৱদেৱে। তেখেত আছিল চিৰকুমাৰ। তেখেতৰ অসাধাৰণ ব্যক্তিত্ব বাক্য কুশলতাৰ কাৰণেই চিৰস্মৰণীয় হৈ থাকিব গোটেই অসম ভূমিতে।

শত শত যুগ ধৰি এই ভাৰত তীৰ্থত মাহাত্মানী মহাযোগীসকলে নিৰ্বান লাভৰ পথ বিচাৰি ফুৰিছে। এই মুক্তি পথ বিচাৰি ফুৰোতে ভাৰতত গৃহীয়ে বান প্ৰস্থ গ্ৰহণ কৰিছে; ৰাজপুত্ৰও বনবাসী ভিক্ষাৰী হৈছে। এই চেষ্টাত হয়তো কিছুমানে ফলৱতীও হৈছিল কিছুমানৰ জীৱন হয়তো ব্যৰ্থ হৈ গৈছিল। বৈষ্ণৱ সাধক সকলো এই মুক্তিৰ পথৰেই প্ৰদৰ্শক। এই মহাপুৰুষ দুজনে গৃহ ত্যাগ কিম্বা বনবাসী নহৈও যে জীৱই মুক্তিৰ পথ লাভ কৰিব পাৰে তাৰ সুন্দৰ পথ দেখুৱাই থৈ গ'ল। সেয়েই হৈছে বৈষ্ণৱ ধৰ্ম। এই ধৰ্ম ভাগৱতৰ ওপৰত প্ৰতিস্থিত। ঈশ্বৰৰ প্ৰতি প্ৰেমানুৰাগী হ'ল বৈষ্ণৱ ধৰ্ম।

এই ধৰ্মৰ মূল মন্ত্ৰ হ'ল ভগৱানৰ প্ৰতি ভক্তিৰ সহায়েৰে নিৰ্বাণ লাভ কৰা। ভক্তৰ একমাত্ৰ চৰম লক্ষ্য হৈছে ভগৱানক আৰাধনা কৰা বা ভগৱানক লাভ কৰা। সংসাৰত কামনা বাসনাৰ প্ৰতি তেওঁৰ আসক্তি নাই। আসক্তি কেৱল প্ৰভুৰ পৰম পদত। তাৰ প্ৰমাণ মাধৱদেৱে তেখেতৰ নাম ঘোষাত লিখিছে—

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।
সমস্ত মস্তক মনি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি॥"

বৈষ্ণৱ ধৰ্মমতে পৰম পুৰুষ নাৰায়ণ বিষ্ণু সকলো দেৱৰে সাৰ। বিষ্ণুই একমাত্ৰ মুক্তিৰ অধিকাৰী। বিষ্ণু উপসনাই একমাত্ৰ পৰম পদৰ উপসনা। ভগৱান শ্ৰীকৃষ্ণই কৈছিল—"মই জগতৰ পিতা, মাতা, নাসক, শাসক, ৰক্ষক, স্থিতি, সকলো, মোৰ বাহিৰে জগতত কোনো নাই।" ভগৱান শ্ৰীকৃষ্ণৰ এই শ্ৰীমুখৰ বাক্য বুলি

শঙ্কৰ, মাধৱৰ অন্তৰত বৰকৈ ধ্বনিত হৈছিল।

তেখেতসকলে শ্ৰীকৃষ্ণক ইষ্ট গুৰু মানি কৃষ্ণ প্ৰেমত মতলীয়া হৈ নিজৰ জন্মভূমি অসমত কৃষ্ণ ভক্তিৰ সোঁত বোৱাই স্বজাতিক সত্যৰ সন্ধানৰ বাট দেখুৱাবলৈ দৃঢ় সঙ্কল্প হ'ল। তেওঁ ভালকৈ বুজিছিল যে, সেই সময়ত ভাৰতীয় মানুহৰ মনত বিবেক, বুদ্ধি, দয়া, ধৰ্ম্মৰ কোমল প্ৰবৃত্তিবোৰৰ ঠাইত হিংসা, দ্বেষ, কুট-কপট, উচ্চ-নীচ অজ্ঞানতাৰ ডাঠ মেঘে আৱৰি ধৰিছে। গতিকে কেনে অৱস্থাত তেওঁ মানুহক কেনেকৈ ধৰ্ম্মৰ ফাললৈ মন আকৰ্ষণ কৰাব পাৰি তাৰ উপায় উদ্ভাৱন কৰিলে। শ্ৰীশঙ্কৰদেৱে এইটোও ভালকৈ বুজিছিল যে মানুহক ৰং-তামাচা, আমোদ-প্ৰমোদৰ মাজেৰে ধৰ্মৰ ফাললৈ আনিব নোৱাৰিলে অন্য উপায়েৰে নোৱাৰি। গতিকে তেওঁ কিছুমান ৰাজহুৱা নামঘৰ সত্ৰ, গাৱেঁ গাৱেঁ সভা, ভাওনা, ঠাইবিশেষে পঞ্চায়ত আদিৰ ব্যৱস্থা কৰিলে। এইবিলাক অনুষ্ঠান যাতে ভৱিষ্যতলৈ জীয়াই থাকে তাৰো কিছুমান সু-ব্যৱস্থা কৰি মানুহৰ মাজত সেইবিলাক বিধান মানি চলিবলৈ উপদেশ দিলে।

মহাপুৰুষ শঙ্কৰদেৱে কৃষ্ণ লীলা প্ৰচাৰ কৰি বৰ বাবেই অৰ্থাৎ ভাগৱতী বা বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ কাৰণে অঙ্কীয়া ভাওঁনাৰ সৃষ্টি কৰিলে। সেই সময়ত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কাৰ্য্যৰ জোৰ আন্দোলন অকল অসমতে নহয়, উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতটো চলে। সেই সময়ত যুগ ধৰ্ম হৈছিল বৈষ্ণৱ ধৰ্ম প্ৰচাৰ। বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ কাৰণে সেই সময়ত নানা কৌশল চলোৱা হৈছিল। কিয়নো বিভিন্ন ধৰ্মমুখী জনতাৰ মন বিশুদ্ধ ভাগৱতী ধৰ্মৰ জৰিয়তে জয় কৰা অতি সহজ কাম নাছিল। সেই কাৰণে বৈষ্ণৱ ধৰ্ম প্ৰচাৰক সকলে বৰ যত্ন কৰিব লগা হৈছিল। প্ৰচাৰক সকলৰ অৰ্থাৎ বৈষ্ণৱ ধৰ্মৰ চৰম লক্ষ হ'ল শ্ৰীকৃষ্ণৰ ঐশ্বৰীক চৰিত্ৰ আৰু পুৰুষত্বৰ উজ্জল চৰিত্ৰ মানৱ সমাজৰ আগত ডাঙি ধৰা।

শঙ্কৰদেৱে কিছুমান অঙ্কীয়া ভাওঁনা ৰচনা কৰে। এই অঙ্কীয়া ভাওঁনাই পুৰণি অসমীয়া সাহিত্যত অপূৰ্ব ঠাই অধিকাৰ কৰি আছিছে। অঙ্কীয়া ভাওনা ৰচনা কৰা মূল লক্ষ হ'ল শ্ৰীকৃষ্ণ চৰিত্ৰ বিকাশ, বাকী পুথি কীৰ্ত্তন, বৰগীত আদিৰে নহব বুলি ভাবি এই ভাওঁনাৰ জৰিয়তে জনগণৰ মন প্ৰধান ভাৱে আকৃষ্ট কৰি-বৰ উদ্দেশ্যই ৰচনা কৰা হৈছিল।

ধৰ্ম্ম প্ৰচাৰত ভাওঁনাৰ প্ৰভাৱ বৰ উচ্চ। নাট্য কলাই ইয়াৰ বিশেষ ভাৱে সহায় কৰে। মানুহ সাধাৰণতঃ আমোদপ্ৰিয়। আমোদ-প্ৰমো-দেৰে ধৰ্ম প্ৰচাৰ কৰা কামত অতি সুচল হৈছিল চাওঁতে সকলেও ভাওঁনা চাই আমোদ পায়, তাত বহু মানুহ গোট খাই আৰু তেওঁলোকৰ মন কৃষ্ণৰ প্ৰতি আকৃষ্ট হয়। তেতিয়া দৰ্শক সকলৰ মনত দকৈ কথাবোৰ সোমায় পৰে আৰু এটি ধৰ্মৰ প্ৰতি সাঁচ বহে। নাম, কীৰ্ত্তন, গীত, পদ, কাব্য ভাগৱত, বৰগীত আদি কাব্যবোৰে মানুহৰ মন একে সমানে জয় কৰিব নোৱাৰে। কিন্তু অঙ্কীয়া ভাওঁনাই সেই কাম সহজে কৰিব পাৰিছিল। সেই কাৰণেই অঙ্কীয়া ভাওঁনাৰ স্থান বৈষ্ণৱ সাহিত্যৰ সকলোৰে ওপৰত।

শ্ৰীমন্ত শঙ্কৰদেৱ কেৱল বৈষ্ণৱ ধৰ্ম প্ৰবৰ্ত্তক আৰু বৈষ্ণৱ কুল ৰধুহে যে আছিল এনে নহয়। অসমীয়া ভাষাৰ প্ৰতি তেখেতৰ কিমান গভীৰ ভক্তি আছিল তাৰ প্ৰমাণ শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধত সুন্দৰকৈ ফুটি ওলাইছিল। এই মদ্ভাগৱতৰ অসমীয়া শব্দাৱলীৰ ব্যৱহাৰ দেখি পণ্ডিতসকল আচৰিত নহৈ নোৱাৰে। দুখীয়া, নিচলা অসমীয়া জন সমাজক সন্তোষ দিবলৈ শ্ৰীমন্ত শঙ্কৰদেৱে অসমীয়া ভাষাতে লিখা "অমৃত ভগৱান" মহান অৱদান।

শ্ৰীমন্ত শঙ্কৰদেৱৰ অস্পৃশ্যতা বৰ্জ্জন হৈছে ধৰ্ম্ম সমাজত। তেখেতৰ নীতিমতে জাতি বৰ্ণ নিৰ্ব্বিশেষে হৰিনাম লোৱা সময়ত সকলোৱে একেলগে বহি নাম ধৰিব পাৰে। নামৰ অন্তত প্ৰসাদ, নিৰ্ম্মালি আদি গ্ৰহণ কৰে। বিলনীয়াৰ জাতি-কুল বিচাৰ নকৰি ভগৱন্তৰ প্ৰসাদ বুলি মূৰত লয় আৰু খায়। ইয়াৰ পৰা সকলোৰে মন এক ভাৱত মিলি যায়। সেই বুলি শ্ৰীমন্ত শঙ্কৰ গুৰুৱে জাতি নাশ কৰিব খোজা নাই। কিয়নো সৎ আৰু সন্ত হলে জাতিৰ অভিমান, অহঙ্কাৰ মনত নাথাকে। তেখেতে শিষ্যসকলক ভজন শিকাইছিল—।

"নমো নমো ভগৱন্ত পূৰ্ণ সনাতন।
আন্তৰ্য্যামী জীৱৰ নিয়ন্তা নাৰায়ণ ॥ (কীৰ্ত্তন)
বিধিৰ কল্পনা মায়া মোহোৱে যাহাক
পৰম ঈশ্বৰ কৰো প্ৰণাম তোমাক।"

ভজন প্ৰণালীৰে শ্ৰীমন্ত শঙ্কৰদেৱে ভকতৰ মাজৰ পৰা জাতি ভেদ তুলি দিলে। ভজনীয়া সকলৰ মাজত ইটিয়ে সিটিয়ে ঈশ্বৰ জ্ঞান কৰি সেৱা কৰে। তেওঁলোকৰ মাজত ৰাম ৰাম, কৃষ্ণ কৃষ্ণ, বাপ, আতৈ আদি পদেৰে সম্বোধন কৰে। এনেদৰে চলিবলৈ ধৰাত জাতি ভেদৰ অভিমান কমি আহিবলৈ ধৰিলে।

মহাপুৰুষ শঙ্কৰদেৱে আমাক কি দি গ'ল। আমাক তেৰাই পৱিত্ৰ ভাগৱতী ধৰ্ম্মদান কৰিলে, নীতি নিয়ম নমনা বিৰাট সমাজ সংস্কাৰ কৰিলে, সাহিত্য, গীত, মাত, পদ, নাট ভাওনা আদিৰ প্ৰবৰ্ত্তন কৰি ভাৰতৰ ভিতৰতে আমাক জাকত জিলিকা কৰিলে। আমাৰ আগৰ অসভ্য বৰ্বৰ আৰু পৌওলিকতা—এৰি দি শিল্প কৰ্ম্ম আৰু বিদ্যা চৰ্চ্চাত মনোযোগ দিবলৈ আমাক পথ দেখুৱাই দিলে।

শ্ৰীমন্ত শঙ্কৰ দেৱৰ ধৰ্মৰ ফালৰ অৱদান হ'ল অখণ্ড মানৱ ধৰ্ম। তেখেতে দিলে সত্য সনাতন এক শৰণ নাম ধৰ্ম।

সমাজ গঠনত হ'ল লোক তান্ত্ৰিক নীতি। দেশ কাল পাত্ৰ নিৰ্বিশেষে ৰজিতা খোৱা নীতি দিলে—শ্ৰীমন্ত শঙ্কৰ দেৱে। সত্য, ধৰ্ম, অহিংসা, দয়া, শ্ৰদ্ধা, স্নেহ আদি হ'ল এই অখণ্ড নীতিৰ প্ৰধান অঙ্গ।

এইদৰে যদি চোৱা যায় তেখেতৰ মহানুভৱতাৰ পৰা নিজৰি নিজৰি ওলোৱা অৱদানবোৰ অসমীয়াৰ অসমীয়াত্ব। আজি অসমীয়াক যি কোনো ফালৰ পৰাই চোৱা নাযাওক, সকলো ফালৰ পৰাই শঙ্কৰ মাধৱৰ অৱদানেৰে গোটেই অসম, গোটেই অসমীয়া জাতি নিহীত হৈ আছে।

# মুস্তাফা কামাল পাছা

চৈয়দ ইম্‌ৰাণ হুচেইন
নৱম শ্ৰেণী ( বিজ্ঞান )

"মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ
আমিও কৰিব পাৰো জীৱন গৰিমা,
অভিনয় শেষ হলে আয়ুবেলি মাৰ গলে
থই যাব পাৰো খোজ সময় বালিত ।"

১৮৮০ খৃষ্টাব্দত ছালোনিকাত মুস্তাফা কামাল পাছাৰ জন্ম হয় । সেই দিনাই হয়তো তুৰস্কৰ ভাগ্যৰবি পূব আকাশত উদয় হৈছিল । সেই সময়ত তুৰস্কৰ অৱস্থা শোচনীয় আছিল । কামাল পাছাৰ দেউতাক ৰেজাই ছালোনিকাৰ কাষ্টম অফিচত এটি সামান্য চাকৰি কৰি জীৱিকা নিৰ্ব্বাহ কৰিছিল । দেউতাক আলি ৰেজা এজন চৰিত্ৰবান আৰু পৰাক্ৰমী লোক আছিল । কামালৰ মাক কৃষকৰ ছোৱালী হলেও বৰ ধৰ্ম্ম পৰায়ণা আছিল । তেওঁৰ নাম জুবেদা খানুন আছিল । মাক-বাপেকৰ সু-চৰিত্ৰ কামালৰ গাতো প্ৰতিফলিত হৈছিল ।

সৰু অৱস্থাতে বাপেকে কামালক মাকৰ লগত এৰি থৈ ইহলীলা সম্বৰণ কৰে । মাকে অতি কষ্টেৰে কামালক ডাঙৰ দীঘল কৰি স্থানীয় পঢ়াশালিত ভৰ্ত্তি কৰিলে । কিন্তু তেওঁৰ পঢ়া-শুনাত বিশেষ মনোযোগ নাছিল । তেওঁ, তেওঁৰ বন্ধু-বান্ধৱৰ সৈতে সদায় যুঁজ বাগৰ কৰিছিল । সৰু কালৰে পৰা তেওঁ সৈনিক হবলৈ প্ৰয়াস কৰিছিল ।

১৯০৫ চনত তেওঁ খলিফাৰ সৈন্য দলত ভৰ্ত্তি হয় । আৰু অতি কম সময়ৰ ভিতৰতে তেওঁ যুদ্ধ-বিদ্যাত পটু হৈ উঠে । বহুত সময়ত তেওঁ ইটালী, গ্ৰীচ্, বুলগেৰিয়া আৰু বৃটিছৰ বিৰুদ্ধে থিয় হৈছিল । তেওঁ খলিফা দলত থাকিলেও খলিফাৰ বিপক্ষে থিয় হৈছিল । তেওঁৰ দেশ-প্ৰেম আৰু জাতীয়তা বোধে সকলো মানুহকে তেওঁৰ প্ৰতি আকৃষ্ট কৰাইছিল ।

১৯১৯ চনত এৰজুৰাম নামৰ ঠাইত এক জাতীয় পৰিষদ আহ্বান কৰিলে । বহুতো তুৰ্কী মানুহ আহি সেই ঠাইত যোগ দিলে । কামালক দলপতি হিচাবে নিৰ্ব্বাচন কৰিলে । তেওঁ দলপতি হৈয়ে চুলতানৰ বিপক্ষে যুদ্ধ ঘোষণা কৰিলে ।

কামাল পাছা এজন মহান সৈনিক হল । বহু ঠাই ঘূৰি তেওঁ ২৫০০০ সৈন্যৰ এটা ফৌজ নিৰ্ব্বাচিত কৰিলে । তেওঁলোকক এনেকুৱা সৈনিক কৰি তুলিছিল যে যেতিয়াই যুদ্ধ কৰিব লাগে তেতিয়াই তেওঁলোক প্ৰস্তুত আছিল । এই দল গঠন কৰাত ইচমেৎ পাছা নামৰ সেনাপতিয়ে কামালক যথেষ্ট সহায় কৰিছিল । শত্ৰু গ্ৰীকক বাধা দিবৰ বাবে আঙ্কাৰাত কামালৰ দলে এবাৰ চৈধ্য দিন যুদ্ধ কৰি পোন্ধৰ দিনৰ দিনা গ্ৰীকক্ পিছ হুহকি যাবলৈ বাধ্য কৰায় । কামালৰ এনে পৰাক্ৰম দেখি গোটেই পৃথিবীয়ে শ্ৰদ্ধা মানিলে । দেশবাসীয়ে কামালক "গাজী" বা "বিজয়ী" উপাধিৰে বিভূষিত কৰিলে ।

১৯২১ চনত ইটালীয়ে তুৰস্কৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। এই যুদ্ধত তেওঁ অসীম সাহসেৰে যুঁজি জয় লাভ কৰিলে। তেওঁৰ মুখ্য উদ্দেশ্য আছিল "মন্ত্ৰ সাধন কিম্বা শৰীৰ পতন"। দেশ সেৱাত প্ৰাণ আহুতি দিবলৈ তেওঁ অকনো কুণ্ঠাবোধ নকৰিছিল। তুৰস্কৰ ভিতৰৰ নানা ঠাইৰ মানুহে কামালৰ দলত যোগ দিলে। তাত এখন জাতীয় পৰিষদ গঠন কৰিলে। সেই পৰিষদৰ সভাপতি হিচাবে কামাল পাছাক নিৰ্ব্বাচন কৰিলে। এই সভাই চুলতানী পদ উঠাই দি ১৯২৩ চনত তুৰস্কত প্ৰকৃত গণতন্ত্ৰ স্থাপন কৰিলে।

১৯২৩ চনত কামালৰ মাকে কামালক অকলশৰীয়া অৱস্থাত এৰি থৈ কোনোবা এখন অজান দেশলৈ গমন কৰিলে। মাকে কামালৰ মহৎ কাৰ্য্য দেখি নিজকে ভাগ্যৱতী বুলি কেতিয়াবা আনন্দতে দুধাৰি চকুলো টুকিছিল। জীয়াই থকা কালত পুতেকক সৈন্য বাহিনীৰ সৈন্যধ্যক্ষ আৰু জাতীয় পৰিষদৰ সভাপতি হোৱা দেখি তেওঁ নিজে গৌৰৱ অনুভৱ কৰিছিল। যেতিয়া তুৰস্ক গণতান্ত্ৰিক ৰাষ্ট্ৰ বুলি পৰিগণিত হল তেতিয়া কামালে দেশৰ উন্নতি সাধিবলৈ দেহে কেহে লাগি গ'ল। চুলতানী দেশ গণ-তান্ত্ৰিক দেশত পৰিণত হোৱাৰ লগে লগে তেওঁ জীৱনটো উপভোগ কৰিবলৈ এজন ধনী সদাগৰৰ লতিফা হান্নুন নামৰ এজনী ৰূপৱতী আৰু সু-শিক্ষিতা যুৱতী বান্ধবী হিচাবে ললে। তেওঁলোকৰ জীৱন মধুময় হবলৈ নৌ-পাওঁতেই তেওঁলোকৰ বিচ্ছেদ ঘটিল।

এখন দেশক উন্নতিৰ পথত আগুৱাই লৈ যোৱা বাটত বহুতো বাধা বিঘিনী থকাটো স্বাভাৱিক। কামালৰ জীৱনটো এয়ে ঘটিল। তথাপি কামালে সকলো বিপদ বিঘিনীৰ সন্মুখীন হৈয়ো তাক সঁহি মুখেৰে বৰণ কৰিলে। তেলাৰছে তেওঁ সকলোকে পৰাজয় কৰালে। ধৰ্ম্মৰ গুৰি ধৰোতা মোল্লা সকলে কোৰাণৰ যি ব্যাখ্যা কৰে তাক জন-সাধাৰণে সঠিক বুলি মানি লৈছিল। কিন্তু কামালে আইন কৰি মোল্লা দলক উঠাই দি কোৰাণ তুৰ্কী ভাষাত প্ৰকাশ কৰায়। আগতে তাত ফৰাচী ভাষাৰ বৰ প্ৰচলন আছিল। সেইবিলাক কামালে উঠাই দি সকলোবিলাক তুৰ্কী ভাষাত প্ৰকাশ কৰিলে। এই বিলাক কৰিবলৈ যাওঁতে বহুতো মানুহ বিদ্ৰোহী হৈ উঠিছিল। কামাল পাছাই তেলাৰছে সকলোকে বশ কৰিছিল।

আগতে নাৰীজাতিৰ সমাজত স্থান নাছিল। নাৰী জাতিক কোনো সুবিধা নিদিয়াৰ কাৰণে তেওঁলোকৰ বুদ্ধি-বৃত্তিবোৰ ক'লা ডাৱৰে ঢাকি ৰাখিছিল। নাৰী জাতিক পুৰুষৰ সমানে স্থান নিদিলে কোনো গণতান্ত্ৰিক দেশে উন্নতিৰ পথত আগ বাঢ়িব নোৱাৰে। কোনো উন্নত জাতিৰ লগত খোজ মিলাই যাব লগা হলে নিশ্চয় নাৰী-য়েও শিক্ষাৰ পথত আগ বাঢ়িব লাগিব এই কথা বিজ্ঞানেও স্বীকাৰ কৰে কামালে নাৰী শিক্ষাৰ কাৰণে বহুতো অৰ্থ ব্যয় কৰি নানান অনুষ্ঠান গঢ়ি তুলিলে। তেওঁ উপলব্ধি কৰিছিল যে, নাৰী আৰু পুৰুষ একেলগ হৈ কাম কৰিলে বনুৱাৰ সংখ্যা বৃদ্ধি হৈ বহুতো শিল্পানুষ্ঠান সুচাৰুৰূপে সমাধা হব। এইদৰে তেওঁ কিছুমান পুৰণি নীতি-নিয়ম উঠাই দি সমাজখন ভালদৰে গঢ়িলে। এই কথা মানিবলৈ বহুতে টান পাইছিল যদিও তেওঁ কাৰ্য্যত পৰিণত কৰিহে এৰিছিল। যি কামত তেওঁ এবাৰ লাগে, সেই কাৰ্য্য সমাধা নহয় মানে নেৰিছিল।

নাৰী জাতিৰ উন্নতিৰ কাৰণে তেওঁ নিজৰ সহধৰ্ম্মীনিৰ সৈতে সভা সমিতিত যোগদান দিবলৈ আৰম্ভ কৰিলে। তেওঁলোকক অনুসৰণ কৰিয়েই বহুতো তুৰ্কী নাৰীয়ে হাৰেমৰ কঠোৰ শাসনৰ

পৰা মুক্তি লাভৰ উপায় পালে। এই সংস্কাৰৰ কাৰণে গোটেই তুৰ্কী নাৰীয়ে চন্দ্ৰ-সূৰ্য্য থাকে মানে তেওঁৰ নাম পাহৰিব নোৱাৰে। একমাত্ৰ কামালৰ অশেষ চেষ্টাৰ ফলত আজি তুৰ্কী নাৰীয়ে নানান দেশলৈ গৈ বিদ্যা শিক্ষা আহৰণ কৰিব পাৰিছে।

তুৰ্কী ভাষাটো লিখা হৈছিল আৰবী আখৰেৰে। তাক নতুন ৰূপেৰে সজাই পৰাই তুলিবৰ কাৰণে ৰোমান আখৰেৰে লিখিবলৈ কামালে দেশত শুনাই দিছিল। তেওঁৰ কল্পনাক বাস্তৱত পৰিণত কৰিবলৈ তেওঁ নিজে শিক্ষকতা কৰিছিল। এই কাৰ্য্য সাধনত বহুতো মানুহে তেওঁক সহায় আৰু সহানুভূতি দেখুৱাইছিল। দেশত এনেকুৱা এটা নিয়ম জাৰি কৰি দিছিল যে যি সকল লোকে চাকৰি কৰিব খোজে তেওঁলোকে ৰোমান আখৰ শিকিব লাগিব। আৰবী ভাষা আৰু আখৰ এৰি পেলোৱাত তুৰ্কী সাহিত্যই নতুন ৰূপ ললে।

কামাল পাছাই অৰ্থ-নীতিৰ উন্নতিৰ কাৰণে প্ৰাণ টাকি চেষ্টা কৰিলে। আগৰ যি নিয়ম পদ্ধতিৰে খেতি-বাতি কৰিছিল তাক তেওঁ উঠাই দি নতুন নতুন পদ্ধতিৰে খেতি-বাতি কৰিবলৈ ললে। বৈজ্ঞানিক পদ্ধতিৰে গৰু-মহ ৰখাৰ ব্যৱস্থা কৰিলে। তেওঁৰ অশেষ চেষ্টাৰ ফলত দেশখন শস্যৰে নদন-বদন হৈছিল। তেওঁ দেশক উন্নতিৰ পথত নিয়াৰ কাৰণে আন আন দেশৰ ওচৰত হাত পাতিবৰ ইচ্ছা প্ৰকাশ কৰা নাছিল। তেওঁ উপলব্ধি কৰিছিল যে, আন আন দেশৰ পৰা ধন আনিলে ঘৰুৱা কাজিয়াত সিহঁতে উৎপীড়ন কৰিব পাৰে।

১৯৩৮ চনৰ ১১ নবেম্বৰৰ দিনা ৫৯ বছৰ বয়সত গাজী মুস্তাফা কামাল পাছাই এই সংসাৰ ত্যাগ কৰি স্বৰ্গগামী হ'ল। এই কৰুণ দৃশ্যই তুৰস্ক জাতিক ক'লা ডাৱৰে ঢাকি ৰাখিলে। তুৰস্ক জাতিৰ বন্তি সেইদিনা নুমাই গ'ল। গোটেই তুৰস্ক আন্ধাৰ হৈ গ'ল। তেওঁৰ মৃত্যুত তুৰ্কী জাতিৰ ভাবিব নোৱাৰা অপূৰণীয় ক্ষতি হ'ল। অকল তুৰস্ক বাসীৰে নহয়, গোটেই পৃথিবীৰে এটা অপূৰণীয় ক্ষতি হ'ল।

পৃথিবীৰ বুৰঞ্জীৰ পাতত গাজী কামাল পাছাত বাহিৰে এনে এজন ব্যক্তি নাই যিজনে এখন ধ্বংশ প্ৰায় দেশক ইমান সুন্দৰ ভাৱে সজাই পৰাই তুলিব পাৰে। তেওঁৰ নাম চিৰদিনলৈ পৃথিবীৰ বুৰঞ্জী লুপ্ত নোহোৱালৈকে জিলিকি থাকিব। তেওঁৰ কাম হ'ল ধৰ্ম্মৰ পৰা ৰাজনীতিক পৃথক কৰি আনি নানা শ্ৰেণীৰ জনসাধাৰণক মিলা প্ৰীতিৰে একেডাল ডোলেৰে বান্ধি পেলোৱা। পৃথিবীৰ উচ্চ মহান ব্যক্তিসকলৰ ভিতৰত পাছাই এখন আসন গ্ৰহণ কৰিছে।

গাজী কামাল পাছাই চিৰদিনৰ কাৰণে এই সংসাৰৰ পৰা বিদায় মাগিলে। তেওঁ আমাৰ মাজত দেশৰ প্ৰতি যি ভালপোৱা ভাৱ সিচি দি গ'ল তাক আমি পাহৰিব নোৱাৰো। তেওঁৰ জীৱনত দেশৰ প্ৰতি যি মহান আদৰ্শ আমাৰ আগত দাঙি ধৰিলে সেই আদৰ্শৰে আমিও দেশক উন্নতিৰ পথত আগুৱাই নিবলৈ চেষ্টা কৰিম।

# অপচেষ্টা

**শ্ৰীইন্দ্ৰকান্ত নাথ**
১ম মান শ্ৰেণী (বিজ্ঞান)

নিবলৈ পালো এইবাৰ হেনো কবিতা, গল্প প্ৰবন্ধ আদিৰ প্ৰতিযোগীতা চলিব। নোটিচ বৰ্ডত এখন জাননী মাৰিছে। জাননীখন পঢ়ি চাই ভাবিলোঁ মই এইবাৰ আটাইতকৈ ভাল কবিতা এটি লিখিম। মনটোৱেও কবি হোৱাৰ ভাব খেলালে। লৰালৰিকৈ হোষ্টেললৈ গলোঁ। জোতা জোৰ খুলি হাত-ভৰিবোৰ ধুই ললোঁ। হাতত কলমটো লৈ বিচনাত বহি পৰিলোঁ। লগতে দুখিলামান কাগজো ললোঁ। ধুনীয়া ধুনীয়া কবিতাৰ শব্দ কিছুমান বিচাৰিলোঁ। (শব্দবোৰ অৱশ্যে মোৰ কাৰণেহে ধুনীয়া, আনৰ কাৰণে নহবও পাৰে।) হায়! দুঘণ্টা পাৰ হৈ গ'ল। কিন্তু কবিতাৰ ছন্দ হলে বিচাৰি নাপালো। শেষত যেনবা এইখিনিকেই লিখি পেলালোঁ।—

"তুমি যদি দিয়া সোণ
ৰক্তিম ওঠটি;
মই তেন্তে ৰাখিম সাৱটি
আলফুলকৈ
মোৰ ওঠ দুটিৰে
আচ্‌ৰৰ বহুতো স্মৃতিৰ।—"

মনটো খু-উ-ৰ ভাল লাগি গ'ল। ভাবিলোঁ এইবাৰ এজন বিখ্যাত কবি হৈ গলোঁ। প্ৰতিযোগিতাত ফাষ্ট প্ৰাইজ লমেই লম। কিন্তু এই খিনিৰ পিচত আৰু কি লিখোঁ! তাৰেই চিন্তাত 'ধাতু" নাইকিয়া হ'ল। 'ধাতু'ৰেই নাই যেতিয়া "কনজুগেচন" কৰোঁ কেনেকৈ?

তেতিয়া প্ৰায় চাৰিমান বাজিছে। ভাবিলোঁ হোটেললৈ গৈ চাহ একাপ খাই মনটো টনাই আহোঁ। কামো কৰিলো সেই ভাবেই। পিচে, চাহ খায়েই কবি মনটো সন্তুষ্ট নাথাকিল। কবি মানুহ যেতিয়া অলপ ভাবুক দেখুৱাই এখন পান-দোকানলৈ গলোঁ। 'নৰ্থ প'ল" এডাল জ্বলাই মুখত ললোঁ। শুনিছিলো নৰ্থ প'লৰ দাম হেনো তিনি পইচা। সময় মূল্যবান; গতিকে দোকানীয়ে খোজালৈ অপেক্ষা নকৰি দাম দি গুচি আহিলোঁ।

মোৰ মানসী প্ৰিয়াৰ ওঠটি মোৰ ওঠ দুটিৰে সাৱটি ৰখাৰ দৰে তৰ্জনী আৰু মধ্যমা আঙুলিয়ে চিগাৰেটটো আলফুলকৈ ধৰি থাকিল পুনৰ হোষ্টেল মুৱা হলো।

পুৱ ফালৰ পৰা অহা একাবেকা ৰাস্তাটোৰে আমাৰ হোষ্টেললৈ আহি আছোঁ। ইতিমধ্যে পিচফালৰ পৰা এখন 'কাৰ' আহিছে। হৰ্ণ দিছে। শুনিছোঁ। কিন্তু ভাবুক বুলি পৰিগণিত হোৱাৰ আশাৰে ৰাস্তাৰ পৰা আঁতৰি যোৱা নাই। ইতিমধ্যে গাড়ী বহুত ওচৰ চাপিল। তথাপি আঁতৰা নাই। পিচত বিকট চিঞৰেৰে গাড়ীৰ ব্ৰেক

টনা গম পালোঁ। চকুখোৱাৰ দৰে ৰাস্তাৰ পৰা আঁতৰি পৰিলোঁ। গাড়ীলৈ চকু দিয়াত দেখিলো আমাৰ হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্ট মহাশয়ে মোৰ ফালে কেৰাহিকৈ চাই ভোঁ কৰে গাড়ী চলাই দিলে। কিন্তু আধাপোৰা চিগাৰেট খিনিয়ে দুই আঙুলিৰ মধুৰ পৰশ নেৰিলে। মই "নাৰ্ভাচ" হৈ গলোঁ। কৱিতাৰ চিন্তা এৰি "বেড কেৰেক্টাৰ" বুলি নোটিচ ব'ৰ্ডত জ্বলোছা নামটো উঠে তাৰেহে চিন্তাত লাগিব লগা হ'ল।

মনত ৰাককৈয়ে আঘাত লাগিল। কৱি হোৱাৰ অপচেষ্টা দলিয়াই দি শান্ত ল'ৰাৰ দৰে আজি হোষ্টেল পালেঁাহি। কল্পনাত মোৰ মানসী প্ৰিয়াৰ সৈতে অঁকা বহুতো স্মৃতিৰ আচ্‌বোৰ দিঠকত জ্বলাই লোৱা চিগাৰেটৰ দৰে কাৰো ওচৰত অভিযোগ নকৰাকৈ পুৰি পুৰি নিঃশেষ হৈ গ'ল আনকি মই নিজেও নজনাকৈ।



# নিমাতী ছোৱালীজনী

শ্ৰীলোহিত চন্দ্ৰ কলিতা
প্ৰাক্তন ছাত্ৰ

সকলোৱে সদায় কয়—"দাদা আপুনি বিয়া নকৰায় কিয় ?" কিন্তু তাই নেজানে যে, তাইৰ এই কথাষাৰৰ অন্তৰালত লুকাই আছে মোৰ অন্তৰত নিক্ষেপ কৰা হাজাৰ হাজাৰ বিষাক্ত বাণ। তাই নেজানে যে, তাইৰ সেই বাণে মোৰ অন্তৰ সদায় থকা-সৰকা কৰি থাকে। সেই কাৰণেই তাইক মই অকলপে দোষ দিব নোৱাৰো। কোনো প্ৰত্যুত্তৰ কৰিব নোৱাৰো। যিদিনাই তাইক মই ভনীৰ আসন দিছোঁ, সেইদিনাৰ পৰাই তাইৰ সকলো শাসন, সকলো কথা মানি চলিবলৈ বাধ্য হৈছোঁ। কিন্তু কিয় 'বিয়া নকৰাও' সেই কথাটো জানো তাইৰ আগত খুলি কব পাৰিম? অন্তৰত যিকুৰা জুই জ্বলাই গৈছো, যাৰ বিৰহৰ বেদনা তিল তিলকৈ ভোগিব লাগিছোঁ, সেইকুৰা জুই জানো তাইৰ অন্তৰতো জ্বলাই দিব পাৰিম? নাই নোৱাৰো।

সম্পৰ্কত তাই মোৰ কোনো নহয় সঁচা। তথাপি তাই এজনী মোৰ নিজ ভনী। কিমান অভিযোগ মোৰ ওপৰত তাইৰ। দাদা; অমুকটো নকৰিলে দেখোন। তমুকটোনো নকৰে কিয় ? ইত্যাদি প্ৰশ্ন এটা সদায় লাগিয়েই থাকে। সকলোৱে মুখত মোৰ বিয়াখন হৈ গলেই যেন তাই ইহ সংসাৰৰ সকলো বোজাৰ পৰা মুক্তি পায়। কিন্তু মোৰ জানো বিয়া হব ? বিয়া কৰাবলৈ মোৰ কি আছে ? কি লৈ মই বিয়া কৰাম ? যি অলপ আছিল, সিও দিনে দিনে নিঃশেষ হৈ যাব ধৰিছে। ইমানখিনি হোৱা স্বত্বেও তাইৰ কথাত হা-না কৰিবলৈ মোৰ কোনো ইচ্ছা নাই। মই জানো তাইৰ ইচ্ছাৰ বিৰুদ্ধে চলিলে অন্তৰত তাই দাৰুণ আঘাত পাব। কিন্তু সিমানখিনি কৰিবলৈ মোৰ বিবেকে নকয়। আগতেই কৈছো যে তাই মোৰ কোনো নহয়। সেয়ে হলেও তাই মোৰ আপোনৰো আপোন পৰম আপোন। তাইৰ মৰমৰ দাবি প্ৰত্যাখ্যান কৰিবলৈ মোৰ সাহসে ঢুকি নাপায়। নাজানো এইয়া তাইৰ মোৰ প্ৰতি আন্তৰিক মৰম নে মৰমৰ কৃত্ৰিমতা মাথোন। হয়তো মোৰ প্ৰতি তাইৰ এইটো সহানুভূতিও হব পাৰে কিয়নো এই সংসাৰত মোৰ নিজৰ বুলিবলৈ আৰু কোনো নাই। তথাপি আনৰ আগত মোৰো এজনী ভনী আছে বুলি কবলৈ তাইক পাইছোঁ। এদিন জন্মিছিলো সকলোৱে মৰমলৈ। কিন্তু নিঠুৰ নিয়তিৰ বিধানত, মৰমৰ প্ৰতিদান বিলাবলৈ নৌ পাওঁতেই মোক অকলশৰীয়া কৰি এৰি থৈ সকলোৱে মোৰ পৰা বিদায় মাগিছে। এই হতভগীয়া ৰলো মাত্ৰ এটি 'পপীয়া তৰা' হৈ।

অফিচৰ পৰা আহি এবাৰ মহয় এবাৰ সিঁইতৰ ঘৰলৈ যাবই লাগিব। এইটো এটা স্বতসিদ্ধ কথাৰ দৰে হৈ পৰিছে। যদি কোনো কাৰণ বশতঃ এদিন মাথাওঁ, পিচদিনা মোৰ ফালে হৈছে আৰু। কিমান যে কথা শুনিব লগীয়া হয় তাক ভগৱানেহে জানে। ইমান আব্দাৰ, ইমান অভিমান মোৰ প্ৰতি এই ছোৱালীজনীৰ।

সেইদিনা ৰবিবাৰ। সপ্তাহৰ মূৰত এদিন বন্ধ পাইছোঁ। মনটো বেচ্ ফৰকাল লাগিছে। আন যিয়েই নহওঁক আজি অলপ শান্তিৰে জিৰাব পাৰিম। ৰাতি পুৱাটোও আমোদজনক হৈ উঠিছে। এটি মিঠা মিঠা আমেজ সনা সূৰ্য্যৰ হেঙুলীয়া আভা আহি গোটেই ঘৰটো ৰিবিঙি পেলাইছে। ইজি চেয়াৰখনত আউজীলৈ নাভাবিব লগা বহু কথাই ভাবি আছো। এনেতে এবাৰ এটি ভৰিৰ মৃদু শব্দ শুনিবলৈ পালোঁ। মোৰ ভাৱত কৰবাত আত লাগি গ'ল। বাহিৰলৈ চাই দেখো সৰলাৰ ছোৱালী 'কুঞ্জ' মোৰ দুৱাৰত উপস্থিত। তাই এবাৰ তললৈ চাইছে, এবাৰ ওপৰলৈ চাইছে। মাতিবলৈ সাহস কৰা নাই। জানোচা কিবা কৈ দিওঁ। তাইৰ ভয় ভাঙিবলৈ মযেই প্ৰথমে মাত দিলো — কি কুঞ্জ! কিয় আহিলি? তাই থোকা-থোকি মাতেৰে কলে—"মাই আজি দুপৰীয়া তোমাক ভাত খাবলৈ মাতিছে।" পুনৰ প্ৰশ্ন কৰিবলৈ নৌপাওঁতেই 'যাবাদেই মামা" বুলি তাই দৌৰ দিলে।

মোৰ 'প্ৰব্লেম কেক্কেল' হ'ল। কি যে কেলে-ঙ্কাৰী এই ৰবিবাৰটো। সপ্তাহটোত বৈ যোৱা সকলো কামেই পেলাই থোৱা হয় এই ৰবিবাৰ-টোলৈ; কিন্তু যিদিনা সেই দিনটো উপস্থিত হয়গৈ সিদিনা সকলো নাকচ্ হৈ যায়। কৰিব লগীয়াটো থাকি যায়। আৰু নকৰিব লগীয়া এটা কৰিব লগীয়াত পৰে। তথাপি তাই মাতিছে যেতিয়া যাবই লাগিব। তাইৰ নিমন্ত্ৰণ কোনোদিনে উপেক্ষা কৰিব পৰা নাই; আজিও নোৱাৰো আৰু ভৱিষ্যতেও নোৱাৰিম। ঘড়ীলৈ চালো ৯টা বাজিছে। বহু সময় আছে কাৰণে বিচনাত দীঘল দি পৰিলো। গভীৰ নিদ্ৰাই আগুৰি ধৰিলে। যেতিয়া সাৰ পাওঁ তেতিয়া দেখো বাৰটা বাজি গৈছে। গা ধুবলৈ সময় নহ'ল। দৌৰা-দৌৰিকৈ চোলাটো পিন্ধি সিঁইতৰ ঘৰলৈ খোজ ললো। মই গৈ পদূলি মুখ পাইচোঁহি মাত্ৰ। কুঞ্জই মামা আহিছে, মামা আহিছে বুলি চিঞঁৰি পোনচাতেই মাকৰ ওচৰ পালেগৈ; কিন্তু সেই বাংচালী ছোৱালীজনীক তাইৰ মৰমী মাকে তেনেই নিৰাশ কৰি পেলালে। কেইটামান শব্দ মোৰ কাণত ভাহি উঠিছিলহি— "যা যা, মোক আমনি নকৰিবি। যেয়ে আহে সেয়ে আহক। চিঞঁৰি মৰিছ কিয়? ভালে ভালে ইয়াৰ পৰা আঁতৰি যা।" মাকৰ কথা শুনি তাই সেমেনা-সেমেনি কৰি নীৰৱে আঁতৰি গ'ল। আৰু কিছুমান শব্দ মুখৰ ভিতৰতে ভোৰ ভোৰাই কোৱা শুনিবলৈ পালোঁ। "কি যে এৰিব নোৱাৰা ঘৰখন" মাতোতাই নাই, কোনোবাই মাতিলেও আকৌ আহিবলৈ সময়েই নাই। দুপৰীয়া মাতিলে আহিব আবেলি। আবেলি মাতিলে আহিব গধূলি। ইত্যাদি। মনতে ভাবিলো, লেথাত পৰিলোৱেই যেতিয়া মনে মনে থকাই ভাল। মাত দিলে কথা বিষমহে হবৰ আছে। তিৰোতা মানুহৰ

সৈতে কথাকৈ জয়লাভ কৰা যিকোনো মানুহৰ পক্ষে সহজ কাম নহয়। এইদৰে কিছুবেলি যোৱাৰ পিছত মৰমৰ বহু বাক্যবাণ নিক্ষেপৰ অন্তত ভোজন কাৰ্য্য সম্পন্ন কৰি অলপ জিৰাবৰ কাৰণে পটিকলৈ সোমাই গলোঁ। কিন্তু পিছ মুহূৰ্ত্ততে সৰলাই যি প্ৰস্তাৱ ডাঙি ধৰি মোৰ আগত উপস্থিত হ'লহি কোনোমতে আৰু জিৰোৱা নহ'ল।

দাদা! মাফ কৰিব। আজি মই আপোনাক জিৰাবলৈ মতা নাই। এটি বিশেষ কাৰণতহে মাতিছোঁ। খোৱাৰ কথাটি নাম মাত্ৰহে। যদি আপুনি সচাঁকৈয়ে মোক ভনীৰ আসন দিছে, তেনেহলে আপুনি কব লাগিব, কি অসুখ হৈছে আপোনাৰ? কিয় আপুনি সদায় মন মাৰি বহি থাকে? খাদ্যাচাৰ মানুহটো; কোনো অভাৱ অভিযোগ নাই, তথাপি দিনে দিনে আপুনি শুকাই খিনাই যাব লাগিছে। শৰীৰৰ প্ৰতি কোনো যত্ন নাই। কাপোৰ কানিৰ কোনো লাকবান্ধ নাই। এনেকৈ আপুনি আৰু কিমান দিন জীয়াই থাকিব খুজিছে। সেইটো আৰু নহব। মই আৰু আপোনাক এনেকুৱা জীৱন কটাবলৈ দি জহন্নামে যাবলৈ এৰি দিব নোৱাৰো। মই কামনা নকৰো যে আপোনাৰ বংশৰ জীৱন বন্তি চিৰদিনলৈ নিৰ্ব্বাপিত হৈ যাওঁক। আপুনি বিয়া কৰাব লাগিব। বংশৰ নাম উজ্জ্বল কৰি ৰাখিব লাগিব। গতিকে আপোনাৰ ওচৰত মোৰ অনুৰোধ, সোনকালে বিয়াখন পাতি পেলাওঁক। তেতিয়া হলে ইবিলাক যিয়েই নহওঁক লাগে, অন্ততঃ আপোনাৰ মনৰ পৰিবৰ্ত্তন হব। আনহাতে আপুনি সুখীও হব পাৰিব।

: তাইৰ কথাত মোৰ মুখ মেলান হৈ পৰিল। কলো "অবুজ ছোৱালী বিয়া কৰালেই জানো মানুহ সুখী হব পাৰে? অকল বিয়াই জানো মানুহৰ মন তথা জীৱনৰ পৰিবৰ্ত্তন আনি দিব পাৰে? তেনেহলে পৃথিৱীত এই বিবাহ-বিচ্ছেদ প্ৰথাটোৰ উদ্ভৱ হ'ল কিয়? ইমান দিনে যি কথা পাহৰিবলৈ যত্ন কৰি আহিছিলো, যি কথা দ্বিতীয়জনৰ ওচৰত প্ৰকাশ নকৰোঁ বুলি ভাবিছিলোঁ, তয়ে আজি সেই কথাৰ দুৱাৰ মুকলি কৰি দিলি।" বিয়া! বিয়া শব্দটোৱে মোৰ মূৰ গৰম কৰি দিয়ে। বিয়া মোৰ ইহজনমত নহব সৰলা! মই কোনোবা জনমত পাপী আছিলোঁ; আৰু সেই পাপৰ ফল ইহজনমত ভোগ কৰিব লাগিব, লক্ষ্যভ্ৰষ্ট পখীয়া তৰাৰ দৰে—।

: সৰলা একৰকম চিঞৰি উঠিল "বিয়া কেনেকৈ নহব? মই যে উকিলৰ ভনীয়েক পাৰিজাতৰ লগত একৰকম বিয়াৰ সকলো বন্দবস্ত ঠিক কৰি পেলাইছোঁ। আনকি বিংচেৰেমণীৰো দিনবাৰ লোৱা হৈছে। আনহাতে আপোনাক ইয়ালৈ মতাৰো প্ৰধান উদ্দেশ্য সেইটোৱেই।

: তুমি বৰ ভুল কাম কৰিলা সৰলা! ভুল কাম কৰিলা। মোক নোসোধাকৈ এনেকুৱা এটা গুৰুত্বপূৰ্ণ কাম কৰি নিশ্চয় ভাল কাম কৰা নাই। তুমিতো অন্ততঃ এই কথাখিনি ঘুণাক্ষৰেও মোক জনাব পাৰা! বিয়া বোলা কথাটি ইমান সহজ নহয় যে সৰু ল'ৰা-ছোৱালীৰ ধূলিৰ খেলা। ই হৈছে মানুহৰ জীৱন-মৰণ সমস্যা। যিয়ে নহওঁক বাৰু এতিয়াও বহু সময় বাকী আছে। তেওঁলোকক কৰা যে, ছোৱালী যদি তেওঁলোকৰ নিতান্তই বিয়া দিয়াৰ দৰ্কাৰ, তেনেহলে অন্য ঠাইত দিয়ে যেন। মোৰ লগত নহব।

: সেইটো কেনেকৈ হব দাদা! তাই যে ইমান দিনে আপোনাকে বিচাৰি আছে।

: তাই বিচাৰিলেও মইতো তাইক বিচৰা নাই সৰলা! এইটো তুমি পাহৰি যোৱা কিয়? আনহাতে তুমি ইয়াকো পাহৰি যোৱা উচিত নহয় যে, এইয়া

সিইঁতৰ এটা পলিচি মাত্ৰ। এজন উপযুক্ত পাত্ৰ হাতত ৰাখি তাতকৈ আৰু অলপ উচ্চস্তৰৰ পাত্ৰৰ অন্বেষণত সিইঁত সদায় ঘূৰি ফুৰে। দ্বিতীয়জন পালে প্ৰথম জন ক'ত পৰি থাকে তাৰ বিচাৰ লবলৈ সিইঁতৰ সময় নাই। যদিহে দুৰ্ভাগ্য বশতঃ দ্বিতীয় জন নিমিলে, তেতিয়া প্ৰথমজনেই সিইঁতৰ হৃদয়ৰ উপাস্য দেৱতা হৈ পৰে। এতিয়াও কোনো ভয় নাই বাৰু। ধনী মানুহৰ ছোৱালী বিয়া দিয়াতো কোনো চিন্তাৰ বিষয় নহয়। তেওঁলোকৰ ধন আছেতো ? সকলো ঠিক হৈ যাব। সিফালে ছোৱালী যিয়েই নহওঁক।

: থৈ দিয়ক আপোনাৰ কথা। লোকৰ ছোৱালীৰ বিষয়ে বৰ্ণনা নকৰিলেও হব। মুঠতে কওঁক আপোনাৰ এই বৈৰাগ্যৰ কাৰণ কি ?

: সৰলা ! ভনীটি মোৰ। ক্ষমা কৰিবা দেই ! ভাবিছিলো মোৰ জীৱনৰ ইতিহাস দ্বিতীয় জনৰ আগত প্ৰকাশ নকৰো। কিন্তু তাকেই আজি তোমাৰ আগত প্ৰকাশ কৰিবলৈ বাধ্য হলো। পৰাজয়ৰ বৰমালাই মোৰ কাৰণে শ্ৰেষ্ঠ সম্ভাষণ হৈ পৰিছে। "সংঘাটে আনি দিয়ে মানুহৰ জীৱনলৈ নতুন তৰঙ্গ"। মোৰ জীৱনলৈ এদিন সংঘাট আহিল। আৰু সেই সংঘাটে মোৰ গোটেই স্বত্বাটোকে সলনি কৰি পেলালে। শুনা বাৰু। শুনিচে যাবা। কোনো প্ৰশ্ন নকৰিবা। প্ৰশ্ন কৰিলেও কোনো উত্তৰ নেপাবা।

: কালৰ বুকুত সুদীৰ্ঘ দুটি বছৰ লীন হৈ গ'ল। তেতিয়া পোন প্ৰথম মই চাকৰিত সোমাইছোহি মাত্ৰ। এইখন চহৰৰ আবহাৱা, আচাৰ-ব্যৱহাৰৰ বিষয়ে একোৱেই ভালদৰে জনা হৈ উঠা নাই। সদায় চাৰে ন বজাত অফিচলৈ যাওঁ আৰু চাৰি বজাত ঘৰলৈ উভতি আহোঁ। এয়ে আছিল তেতিয়াৰ মোৰ দৈনন্দিক কাৰ্য্য।

এদিনাখন : সেইদিনা কি বাৰ আছিল মোৰ মনত নাই। কিন্তু তাৰিখটো হলে এতিয়াও মনত আছে। ২১ জুলাই। কি যে কুলক্ষণীয় দিন আছিল, সেই দিনটো। ডাৱৰীয়া বতৰ। ৰৰষুণ। কেৱল বৰষুণ। কিন্‌কিনিয়া বৰষুণ। লগতে বতাহ। ছাটি ঠিককৈ ধৰি ৰাখিব নোৱাৰি। অলপ দেৰিও হৈছে। চাইকেল জোৰে মাৰিছোঁ। বিপদৰ উপৰি বিপদ। য'তে বাঘৰ ভয় ত'তে ৰাতিও হয়। এখন হাতেৰে হেণ্ডেলত ধৰি আনখনেৰে ছাতিটো ধৰি দেহৰ সৰ্বস্ব শক্তি প্ৰয়োগ কৰি চাইকেল মাৰিছোঁ। এনেতে হঠাৎ এখন গাড়ীৰ সমুখত পৰি গলো। জীৱনৰ মমতাত তৎক্ষণাত চাইড্ কৰি দিলো। তাৰ পাচত যি কাণ্ড ঘটিল মোৰ কলখোৱা মাতৃ উৰি গ'ল। এজনী গাভৰু ছোৱালী চাইকেলৰ খুন্দা খাই বাগৰি পৰিছে। মই তৎক্ষণাত নামি তাইক তুলিবলৈ যত্ন কৰিলো। কিন্তু মই তুলি দিয়াৰ আগতেই তাই নিজেই উঠিল। কপালত সৰুকৈ আঘাত পাইছিল হবলা অলপ তেজ ওলাইছে। মই তাইক সুধিলো কৰবাত বেচিকৈ আঘাট পাইছে নেকি ? কিন্তু কোনো উত্তৰ নেপালো। তথাপি নিজৰ দোষৰ কাৰণে তাইৰ ওচৰত ক্ষমা খুজিলোঁ। সিমানতো সেই ছোৱালীজনীয়ে মোৰ কথাৰ কোনো উত্তৰ নিদিলে। কেৱল মাথো সজল নয়নে মোৰ ফালে কিছু সময় চাই থাকি এটি মিচিকিয়া হাঁহিৰে ঘৰলৈ গুচি গ'ল। তাইৰ খোজত কি লয়লাস গতি। কি মধুৰ চন্দ। তাইৰ সেই চাৰণিত ফুটি উঠিছিল এটি অবুজ

ভাষা। তাইৰ সেই হাঁহিহে মোক টানিলৈ গ'ল কোনো এক অজ্ঞান দেশৰ সপোন পুৰিলৈ। ভাবিছিলো, তাই মোক নানান তিৰস্কাৰ কৰিব। বহুতো কতুবাক্য শুনাব। কিন্তু সকলো ওলট-পালট হৈ গ'ল। যদিও মই তাইৰ ওচৰত দোষী, তথাপি কিয় যেন মোৰ অন্তৰে তাইৰ মুখখন আকৌ এবাৰৰ কাৰণে চাবলৈ ব্যাকুল হৈ পৰিলে। কিবা যেন এটি বুজিব নোৱাৰা অবোধ দুৰ্ব্বলতাই দেখা দিলে। কোৱা বাহুল্য যে, এয়ে মোৰ ছোৱালীৰ প্ৰতি প্ৰথম দুৰ্ব্বলতা।

অ' তাইৰ ঘৰতো কোনখিনিত এই কথাটো তোমাক মই কবলৈয়ে পাহৰি আছো। সেই যে আমাৰ অফিচটো আছে তাৰ পৰা দুই ফাৰ্লংমান আহিয়েই ৰাস্তাৰ নিকটতে দুমহলীয়া ঘৰতো পায় সেইটো'ৰেই সিহঁতৰ ঘৰ। সেই দুৰ্ঘটনাটোৰ পিচৰ পৰা সদায় দেখিবলৈ পাওঁ মই অফিচলৈ যোৱাৰ সময়ত সেই ছোৱালীজনীয়ে দুমহলাৰ বাৰান্দাৰ ওপৰত উঠি ৰেলিঙত ভেজা দি অপলক নয়নে মোৰ ফালে চাই থাকে। আৰু মই যেতিয়া তাইৰ ফালে চাই পঠিয়াম, তেতিয়া এটা মিচিকিয়া হাঁহি মাৰি তলমূৰ কৰে। প্ৰতি-দিনে এনেকুৱা হোৱাৰ পাচত তাইৰ প্ৰতি মোৰ দুৰ্ব্বলতা দুগুণে বাঢ়িবলৈ ধৰিলে। দৈনিক কোনো কাৰণ নোহোৱা স্বত্বেও সিহঁতৰ সমুখতে থকা পান দোকানখনৰ ওচৰত নামি অনভ্যাস স্বত্বেও তামোলখন, চিগাৰেটতো খোৱা মোৰ নিত্য নৈমি-ত্তিক কাৰ্য্যত পৰিণত হ'লগৈ। চাৰে ন বজা সময়ত তুমি যদি সেই ঘৰতোৰ বাৰান্দালৈ চোৱা তেনেহলে দেখিবলৈ পাবা এজনী ছোৱালীয়ে একেথিৰে ৰাস্তালৈ চাই আছে। আৰু যদি তুমি লক্ষ্য কৰা সেই ফালে চোৱা, তেনে-হলে দেখিবলৈ পাবা তাই এটি মিচিকিয়া হাঁহি মাৰি লাজতে তলমূৰ কৰিব। কি মধুৰ। কি ভুবন ভুলোৱা সেই হাঁহি। হেজাৰ মিচৰৰ সন্ধিয়া বিৰাজমান সেই হাঁহিত। তাইৰ সেই হাঁহিত মই হৈ পৰো বলীয়া। হৈ পৰো আপোন ভোলা। চিৰ সুন্দৰৰ সান্নিধ্য বিৰাজ-মান তাইৰ সৰ্ব্ব শৰীৰত।

তুমি হয়তো তাইক দেখা নাই। যদি এবাৰ-লৈকেও তাইক দেখিলাহেঁতেন, তেনেহলে নিশ্চয় কলাহেঁতেন যে 'দাদাৰ কাৰণে এইজনী ছোৱালীতকৈ আৰু উপযুক্তা ছোৱালী ক'তো নোলাব।' তেতিয়া তোমাৰ উকিলৰ ভনীয়েক পাৰিজাতক কৰবাত দলিয়াই পেলালাহেঁতেন।

তাইৰ ৰূপৰ তুলনা নাই। যেতিয়া তাই চক্ চক্ কৰে বগা বগলীৰ পাখি যেন মেখেলা চাঁদৰ পৰিধাৰণ কৰি ৰেলিঙত ভেজা দি নীলা চকু জুৰিৰে মোৰ ফালে চাই মিচিকিয়া হাঁহিটি মাৰিব, তেতিয়া মোৰ অনুমান হয় তাই যেন এটা সাজা প্ৰতিমাহে। নতুবা কোনোবা সৰগ দেশৰ শাপ ভ্ৰষ্টা অপ্সৰাহে। তাইৰ সেই মিচিকিয়া হাঁহিটি কৰুণ অথচ হৰিণী নয়নী চকুজুৰিলৈ মই পাহৰিব নোৱাৰো। কালৰ সোঁতত জীৱনৰ বিশটা বসন্ত পাৰ হৈ গ'ল। ক'ত বলীয়া ফাগুনীৰ বাট উৰি ফুৰিলো। কিন্তু সেই হাঁহি, সেই চকু মই ক'তো দেখা নাছিলো। সেই চকু, সেই হাঁহিয়ে মোক এতিয়াও খুলি খায় মাৰিব লাগিছে।

বুজিছা সৰলা! তাইৰ লগত কথা পাতিবলৈ

তাইৰ মৰমী মুখৰ মাত এষাৰি পাবলৈ মই কিমান যত্ন কৰিলোঁ, কিমান সুবিধা বিচাৰিলোঁ। কিন্তু কোনো দিনে মোৰ ভাগ্যত নঘটে। কোনো দিন ভাব হয়; এবাৰ সিহঁতৰ ঘৰলৈ যামেই নেকি? কিন্তু তৎমুহূৰ্ত্ততে মন মলিন হৈ যায় সাহসে ঢুকি নেপায়। অচিনাকি মানুহ। জানোচা কোনোবাই কিবা কৈ দিয়ে। কিন্তু এদিন। সেইদিনা আছিল কোনো এটি মহামিলনৰ মহেন্দ্ৰ ক্ষণ। কিমান ধুনীয়া আছিল সেই দিনটো। মোৰ ভাগ্যত ঘটিল। সেই আনন্দোল্লাসী, হাস্যময়ী, প্ৰাণৰ প্ৰতিমাক লগ পালো।

তাই সেই চিনাকি পান দোকানখনৰ সন্মুখত থিয় হৈ শতৃষ্ণ নয়নে মই অহাৰ ফালে চাই আছে। মোৰ অন্তৰত নানান সিহৰণ। হাজাৰ বাৰিষাৰ প্লাবন। চাইকেলৰ পৰা কেতিয়া নামিলো কব নোৱাৰো। তাই সেই আগৰ চিনাকি হাঁহিটি এৰি দিলে। হৃদয়ৰ মাজেৰে তৰিৎ শক্তি পাৰ হৈ গ'ল। কত কথা গোপন কৰি হৃদয়ত পুহি ৰাখিছিলো, তাইৰ আগত প্ৰকাশ কৰিবৰ আশাৰে। কিন্তু যেতিয়া তাইক লগ পালোঁ, তেতিয়া সকলো ভাষাই যেন কৰৰাত বুৰ মাৰিলে। তাইৰ লগত কথা পাতিবলৈ মই কোনো ভাষাকেই বিচাৰি নেপালো। অৱশেষত উপায় নাপায় মাত দিলো—: "ভালাই আছিছা নেকি"? তাই কোনো উত্তৰ দিয়া নাছিল। মাথো গোটেই মানুহজনী ৰঙা পৰি উঠিছিল আৰু অলপ জোৰেৰে কপিছিল। মই একো নুবুজিলোঁ। তাৰ পাচত দ্বিতীয় প্ৰশ্নৰ পাতনি মেলিলোঁ।

: "তোমাৰ নামটো নো কি?" উত্তৰ নেপালোঁ। এইবাৰ তাই কান্দিছিল। চকুৰ পানীয়ে বৰষাৰ নৈ বোৱাই ধাৰাষাৰে বাগৰি আহিছিল। তাৰ পাচত কোনো কথা নাই। কিছু সময় মোৰ ফালে চাই থাকি বিষন্ন শবদে ঘৰলৈ দৌৰ দিলে। মই চিঞৰি মাতিলো—'নেযাবা, তুমি ঘূৰি অহা মোৰ সোণটি! তোমাক মই ভাল পাওঁ"। কিন্তু মোৰ কোনো কথা তাই নুশুনিলে।

মই হতভম্ব হলো। এই ছোৱালীজনী কি আচৰিত! দিনৰে দিনটো পৰ দি থাকে মোক চাবৰ কাৰণে; অথচ মাতিলে মুখৰ মাত এষাৰিও নিদিয়ে। অন্তৰত বেজাৰৰ ক'লা কালিমালৈ ঘৰলৈ ঘূৰিলোঁ। দাৰুণ আঘাত। ৰাতি খোৱা বোৱা যে নহলেই শোৱাও নহ'ল। চকু দুটা মুদিলেই বাৰে বাৰে সেই নীৰৱ মূৰ্ত্তি আহি মোৰ আগত দেখা দিয়ে।

জীৱনত কোনো ছোৱালীৰ প্ৰতি আকৃষ্ট হোৱা নাছিলোঁ। অৱশেষত যাৰ প্ৰতি হলোঁ সেইজনীও হ'ল মোৰ প্ৰতি এটা নুবুজা সাথৰ। অভিশাপ! ভগৱানৰ তীব্ৰ অভিশাপ। যি জনীক মোৰ অন্তৰৰ সকলো উজাৰি দিওঁ ভাল পালো, যাক মই জীৱনত পাহৰিব নোৱাৰিম, সেই নীৰৱ প্ৰেমিকাই মোৰ আগত এটি শব্দ উচ্চাৰণ কৰি অন্ততঃ এষাৰ কথা নকলে। তাই এবাৰো ভাবি নেচালে যে তাইৰ এষাৰি মুখৰ মাত পাবলৈ মই কিমান সাধনা কৰি আছিলো।

পিচদিনাখনো অফিচলৈ যাওঁতে পূৰ্ববগত অভ্যাস অনুযায়ী পান দোকানখনৰ সন্মুখত নামি বাৰান্দাৰ ওপৰলৈ চাই পঠালো। কিন্তু কি

আচৰিত। আজি তাত কোনো নাই। তাৰ পৰিবৰ্ত্তে শুনিবলৈ পালো এটি করুণ ক্রন্দনধ্বনি ভাঁহি আছে সেই ঘৰটোৰ পৰা। মোৰ মনটো আগন্তুক বিপদৰ কাৰণে সচকিত হৈ উঠিল। মনৰ গতিবেগ দমাই ৰাখিব নোৱাৰি পান দোকানি জনক সুধিলো; কি হৈছে হে মানুহ ঘৰৰ ?

সি মোৰ ফালে কিছু সময় চাই থাকি কওঁ মৰুভঁকৈ কলে—"কালি যে আপুনি লগ পাইছিল বাবু সেই ছোৱালীজনী; তাই আজি যোৱা ৰাতি মৰিল"।

মই তেতিয়া ক'ত আছিলো কব নোৱাৰো। মুখৰ মাত পৰ্য্যন্ত প্রায় বন্ধ হওঁ হওঁ অৱস্থা। কোনোমতে সেপ্ ঢুকি সুধিলো—

: "কি হৈছিল" ?

: "হাৰ্ট ফেল"................

হাৰ্টফেল ! মই আৰু স্থিৰেৰে থাকিব নোৱাৰিলোঁ। মোৰ মূৰ অ চক্রাই কৰি পেলালে। তাৰ পাচত মই একো কব নোৱাৰো। যেতিয়া মই চকু মেলি চাওঁ, তেতিয়া দেখো যে মই চিভিল হস্পিটেলৰ বিচনাৰ ওপৰত। মোৰ সহকৰ্ম্মীসকল ব্যতিব্যস্ত হৈ মোক চাৰিওফালে আগুৰি আছে।

মই সুস্থ হোৱাৰ কিছুদিন পাচত ডাক্তৰ জনেই কৈছিল; সেই ছোৱালীজনী হেনো "বোবা" আছিল। তেওঁৰ ওচৰত হেনো ছোৱালীজনীয়ে চিকিৎসা লৈছিল। কিন্তু কোনো ফল নধৰিলে। ডাক্তৰৰ কথা শুনি মোৰ হিয়া দুগুণে চুৰমাৰ হৈ গ'ল। এতিয়াহে বুজিব পাৰিলোঁ, তাইৰ মৃত্যুৰ একমাত্র কাৰণ ময়েই। এজনী বোবা ছোৱালীয়ে তাইৰ প্রেমিকৰ আগত হৃদয়ৰ গোপন কথা খুলি কব নোৱাৰাটোৱেই "হাৰ্টফেল" হোৱাৰ প্রধান কাৰণ।

বুজিছা সৰলা ! তাই মৰিবৰ আজি এবছৰ অতীত হৈ গ'ল কিন্তু সেই হাস্যময়ী লাৱণ্য মূৰ্ত্তি মই পাহৰিব পৰা নাই। তথাপি কিছু পাহৰিবৰ চেষ্টা কৰিছোঁ। তাৰ ফলত মই মদ খাব লগা হৈছে। বুজিছা; মোৰ জীৱনত আৰু বিয়া নহব। মোৰ জীৱন বস্তি বৰ্ত্তমান প্রায় সুমাও সুমাও অৱস্থা। তুমি হয়তো মেজামা আৰু জানিবলৈ কোনো প্রয়াসো কৰা নাই। মোৰ "টি–বি" হবৰ উপক্রম হৈছে।

: 'টি–বি"— তাই এটা বিকট চিঞৰ মাৰি কোঠাটোৰ পৰা ওলাই গ'ল।

মই তন্ময় হৈ তাই যোৱাৰ ফালে চাই থাকিলোঁ।

# ……নৱ চেতনাৰে জাগ……

শ্ৰীপদ্মধৰ ডেকা
নৱম শ্ৰেণী (বিজ্ঞান)

……নীলা পদুম ফুলটিৰ পাহিবোৰ এটি এটি কৈ চিঙি পেলালে নৱজ্যোতি বৰুৱাই। গা ধুই আহোঁতে ন বজাতেই তেওঁ সেইটো পুখুৰীৰ পৰা লৈ আহিছিল। তেওঁৰ খং অভিমান সকলো যেন আজি পদুম ফুলটিয়েই বহন কৰিব লাগিব। এবাৰ ভাবিলে—'পদুম ফুলটোনো কি জগৰীয়া আছিল!' তেওঁ এবাৰ হাঁহি দিব খুজিলে। কিন্তু নোৱাৰিলে। তেওঁৰ মনৰ ভাববোৰ আৰু বেছি হৈ উঠা যেনহে লাগিল।

খিৰিকিৰ নীলাভ পৰ্দাখনৰ ফাঁকেদি বিভা ৰাণীয়ে এবাৰ ভুমুকি মাৰি চালে। চোতালত কাকো নেদেখিলে। দেখিলে ককায়েক নৱজ্যোতিক—চ'ৰা ঘৰটোৰ দুৱাৰ মুখৰ ওচৰতে থকা চকীখনত বহি থকা। বিষণ্ণ মনেৰে—নীলা পদুম ফুল এটিৰ পাহিবোৰ আপোনমনে চিঙি থকা ককায়েক কেতিয়া স্কুলৰ পৰা আহি পাইছে তাই কবই পৰা নাছিল। পাৰিবই বা কেনেকৈ? আনদিনা মুখত এমোকোঁৱা হাঁহি লৈ পদূলি মুখৰ পৰাই "বিভা" বুলি মাতে। কিন্তু আজি? আজি আকৌ বিষণ্ণ কিয়? তাই ভাবিবলৈ বাধ্য হ'ল।

তাই চাহ ধৰিলৈ গ'ল—ককায়েকৰ কাৰণে চাহ কৰিবলৈ। হাত মুখ ধুবলৈ পানী এঘটি দিবলৈ আনি তাই দেখিলে ককায়েকে আগেয়েই হাত মুখ ধুই উঠিছে। তাই একো নকলে। পুনৰ চাহ ধৰিলৈ গ'ল। তাই ভাবিবলৈ ধৰিলে—'দাদা আজি ইমান বিষণ্ণ কিয়? মইতো কোনো দিনেই আগেয়ে দাদাক ইমান বিষণ্ণ দেখা নাছিলোঁ। আজি আকৌ কিয়? দাদা কাৰোবাৰ প্ৰেমত পৰিছিল নেকি? বোধ হয় পৰিছিল—শকুন্তলাৰ লগত। শকুন্তলাও মোৰ লগতে ক্লাচ টেনত পঢ়ে। বয়স ওঠৰ বছৰ। মই স্কুলৰ পৰা আহোঁতে কেবাদিনো দাদাক শকুন্তলাৰ লগত কথা কোৱা দেখিছোঁ।—নাই নাই হবই নোৱাৰে দাদাৰ দৰে গম্ভীৰ আৰু দৃঢ় মনৰ মানুহজনে ছোৱালীক ভাল পোৱা সহজ নহয়। দাদাই এদিন কৈছিল—আমি ছোৱালীবোৰ হেনো সমাজখন ঘৃণীয়া কৰা কিছুমান পোক! প্ৰসাধনৰ সামগ্ৰীৰে আমি নিজকে হেনো চিৰিয়াখানাৰ বস্তু কৰি গঢ়ি তুলিছো–নিজৰ দাম বঢ়াইছোঁ। আচলতে আমাৰ

ৰোলে কোনো মূল্য নাই। পুৰুষে ৰূপ মুগ্ধ হৈ কামনাৰ জুইত পুৰি আমাৰ ওপৰত গুৰুত্ব আৰোপ কৰাত আমাৰ দৰ বাঢ়িছে—আমি নিজক লৈ অহঙ্কাৰ কৰিছোঁ। সেই বাবেই আমাৰ ছোৱালী হাইস্কুলৰ ছোৱালীবোৰে দাদাক ভাল নাপায় — কিন্তু আজি বিষণ্ণ কিয় ?—অ' দাদাই এইবাৰ 'পলিটিক্‌চ'ৰ এম-এ প্ৰিভিয়াচ দিছিল। বোধ হয় তাৰেহে খবৰ বেয়া হ'ল।……'বক বক বক'— পানী উতলিল। তাই চাহ কৰিলে। ককায়েকক দিবলৈ লৈ গ'ল।

* * *

"শুভ্ৰ বৰফৰ বুকু নিজৰ বুকুৰ ৰক্তেৰে ৰাঙ্গ'ল ক'ৰিব নেলাগে সিইতে। নকৰিলেও হব। কিন্তু প্ৰতিযোগিতা ? প্ৰতিযোগিতাতো সিইতে কৰিবই লাগিব ? আজিৰ এই পৃথিবীত—নহয় বাৰু ভাৰততেই বাৰু অসমতেই আন আন ঠাইবোৰ কেনেকৈ আগবাঢ়ি গৈছে, তাক আমি নিজ চকুৰেই দেখিছোঁ। কিন্তু তথাপিও এইখন ঠাইৰ মানুহবোৰে আগ বাঢ়িব ……"

'চাহ খাওঁক দাদা। কি ভাৱ-ভাবাইছে ?" স্তব্ধ হৈ গ'ল নৱজ্যোতি বৰুৱা ; ভনীয়েক বিভা ৰাণীৰ মাতত।

নৱজ্যোতিৰ তন্দ্ৰা ভাগিল। চাহৰ কাপটো হাতত ললে। এঢোক খালে। বিভাই চাই সুধিলে—

"বিভা, আজি উপস্থিত থকা নাছিলা ?"

"নাই, আপোনালোকে দেৰ বজাত মিটিঙৰ সময় দিছিল। কিন্তু দেৰ বজাত একো নহলেই। আমি আঢ়ৈ বজালৈ বাট চাই থাকি উলটি আহিলোঁ।

নৱজ্যোতি বৰুৱাই 'হুঁ' বুলি এটা হুমুনিয়াহ কাঢ়িলে। আকৌ চাহত মন দিলে। চাহখিনি পি শেষ কৰিলে। বিভা ৰাণীয়ে সুধিলে—

"দাদা মিটিঙত কি হ'ল ? ইমান বিষণ্ণ কিয় ?

"কবলৈ একো নাই বিভা। তথাপি সুধিছা যেতিয়া কওঁ শুনা।" তেওঁ মিটিঙৰ সম্পূৰ্ণ বিৱৰণটো বিভাৰাণীৰ আগত কলে।

* * * *

……… মিটিংখন হৈছিল তিনি বজাত। উদ্দেশ্য আছিল "সঙ্গীত সঙ্ঘ" এটি গঢ়ি তোলাৰ বিষয়ে আলোচনা কৰা। কিন্তু মিটিঙত মানুহ হৈছিল বিশজন মান তাৰে পোন্ধৰজন মানেই ল'ৰা। মানুহৰ সংখ্যা দেখিয়েই নৱজ্যোতি বৰুৱা নিৰাশ হৈ পৰিছিল। তথাপি মিটিঙৰ কাৰ্য্য আগবাঢ়িছিল। তেওঁকেই মিটিঙৰ সভাপতি পতা হৈছিল। মিটিঙৰ কাৰ্য্য সূচীও বেছি দীঘলীয়া নাছিল। প্ৰথমতে সভাপতিয়ে "সঙ্গীত সঙ্ঘ"ৰ প্ৰয়োজনীয়তাৰ বিষয়ে কৈছিল। উপস্থিত ৰাইজৰ ফালৰ পৰাও দুই চাৰিজনে কৈছিল। বৰুৱাই আগৰে পৰা দেখি আহিছিল স্কুলৰ কেবাজনো ল'ৰা-ছোৱালীয়ে ভাল গান গাব পাৰে। গতিকে সঙ্গীত সঙ্ঘ এটিৰ জৰিয়তে তেওঁলোকৰ উন্নতি সাধন হব বুলি তেওঁ আশা কৰিছিল। ল'ৰা-ছোৱালীবোৰেও কলা চৰ্চ্চাত অলপ মন দিব পাৰিব। ··· শিল্পীৰ মৰণ নাই ··—। কিন্তু মানুহবোৰে মুখত কলে কি হব। যেতিয়া সভাপতি চেক্ৰেটাৰী আদি বাচিবৰ হ'ল তেতিয়া কোনেও গাত লব খুজিলে। এয়া জৰীত ধৰি

বল নিদিয়া মানুহ! সভাপতিৰ বাবটো বকৰাই নিজেই গাত ললে। কিন্তু চেক্রেটাৰী? বকৰাই প্ৰথমতে এই বাবটো সঙ্গীতত ৰাপ থকা মানুহ ললিত ডুবৰাকে দিব খুজিছিল। কিন্তু তেওঁ "এ মই নোৱাৰিম, মোক নিদিব" বুলি সেমেনা সেমেনি কৰিলে। ত্ৰিশ বছৰীয়া ডেকাজনে আশী বছৰীয়া জুহাল কামৰ বুঢ়াৰ দৰে কেকোঁ-গেঠো লগালে। শেষত বকৰাই ক্লাচ টেনৰ ল'ৰা এজনক অস্থায়ী চেক্রেটাৰী পাতি বিৰক্তিৰে সভা ভঙ্গ কৰি গুচি আহিল।

তাকেই ভাবি বিষণ্ণ হৈছে তেওঁ। তেওঁ ভাবিলে সামান্য কলাচৰ্চ্চা কৰিবলৈ যদি মন নাই তেন্তে দেশৰ সংস্কৃতিত কি ইন্ধন যোগাব। কোনোবাই তুলি দিলেও হাত-ভৰি নেপাতিলে নিজৰ অস্তিত্ব বোজাই ৰাখিব কেনেকৈ? · ···· হাই স্কুলখনৰ কেবাজনো শিক্ষক আন ঠাইৰ পৰা আহিছে। তাকে দেখিও ডেকা ল'ৰা বিলাকে নিজৰ অনুপযুক্ততা বুজিব নোৱাৰে। এইখন ঠাইৰ কেইজন লৰাই এম, এ পাচ কৰিছে? কেইজন ডাক্তৰ, ইঞ্জিনিয়াৰ হৈছে? কেইজনে বিদেশত উচ্চ শিক্ষা লাভ কৰিছে? কুম্ভকৰ্ণৰ দৰে টোপনি মাৰি কব নোৱাৰা কৈয়েই এদিন নিজৰ অস্তিত্ব হেৰ নেযাবনে? ·· ···

* * *

ইমান পৰে স্তব্ধ হৈ শুনি থকা বিভাই হঠাতে কৈ পেলালে—

"আপুনি এজনে ভাবিনো কি কৰিব দাদা?"

"সেইটোৱেইতো ভুল। এজন এজনকৈ ভাবোতেই বহুজন হ'লাব। আমি নেভাবিলে আমাৰ লৰা-ছোৱালীয়ে নিজৰ উপযুক্ত শিক্ষা পাব কেনেকৈ? সিহঁতক আগবাঢ়িব কেনেকৈ? সিহঁতৰ উচ্চকাংক্ষা ক'ত জন্মিব? সিহঁতৰ ডুবাৰ মনক চেপা খুৱাই দিলে মহা ভুল কৰা নহব?"

অলপ বৈ তেওঁ আকৌ কৈ উঠিল—

"সেই বাবেই কৈছো বিভা; আজি ছিপাবাৰৰ জীৱন্ত নগ্ন অৱস্থা দেখিও উদীয়মান কৰ্মীকল কিয় নিস্তেজ হৈ বহি আছে? তেওঁলোকৰ জাগিবৰ সময় হোৱা নাই?"

# দায়ী কোন ?

শ্ৰীমহেন্দ্ৰ নাথ
নৱম শ্ৰেণী (কলা)

যত্নেশ্বৰৰ ঘৰ সৌ সক চুবুৰিটোত। সোণাই নদীৰ পাৰতেই তাৰ ঘৰ। ঘৰৰ পৰিয়াল কেইটিও — দহোটি ৰ ভুগৰ, ঘৈণীয়েক নন্দিৰ আৰু সিহঁতৰ লৰা-ছোৱালী আঠোটি। এখন গৃহস্থৰ দুখৰ বিষয় সি যি সোণাই নদীক সাৰটি ধৰিয়েই জীৱন ধাৰণ কৰিছিল আজি সেই সোণাই নদীয়েই তাৰ কাল শতৰু হৈ পৰিল। যি সোণাইৰ নিৰ্মল পানী খাই দুখ বেজাৰেৰে ভৰা তাপিত হিয়াত মলয়ৰ বা বোৱাইছিল আজি সেই নদীৰ প্ৰতিটোপাল পানী তাৰ ৰক্তৰ তুল্য। সোণাই আৰু মানক আজি যমকাল। যত্নেশ্বৰে কব নোৱাৰা দিনৰে পৰা সেই সোণাই নদীৰ পাৰত তাৰ পিতৃ-পিতামহ বিলাকে পুৰুষানুক্ৰমে চলি আহিছিল। কিন্তু যত্নেশ্বৰৰ ভালকৈয়ে কালৰ চকৰি ঘূৰিল। তাৰ বুকুত সোণায়ে চোকা বাণ প্ৰহাৰ কৰিলে। চিৰ দিনলৈ তাৰ বুকুত বাক-কৈয়ে আঘাট কৰিলে। সোণাই নদীৰ বুকুত সকলো জাহ গ'ল। মাটি-বাৰী গ'ল, ধন সোণ গ'ল আৰু তাৰ ভবিষ্যতৰ সোণালী সপোন কেতিয়াবাই মৰহি গ'ল। তাৰ আজি একো নাই — সি আজি নিঠৰুৱা। খাবলৈ নাই ভাত! পিন্ধিবলৈ নাই কাপোৰ।

আজি কেবাদিনো ধৰি যত্নেশ্বৰ লঘোণে আছে। এটুপি পানীৰ বাহিৰে পেটত আৰু একো নাই। ধন, পোনাকণহঁতে চিঞৰি আছে। সিহঁতে যিমানে কান্দে সিমানে যত্নেশ্বৰৰ অন্তৰ উতলি উঠিছে। সি উচুপি উচুপি কান্দে। কিছু সময়ৰ পিচত হৃদয়ৰ কক বিন্দুৰ পৰা এষাৰি মাত্ৰ মাত ওলাল।

"বাচাহঁত, তহঁতে নাকান্দিবি; ঈশ্বৰে আমাক দুখদিছে................" সি আৰু কব নোৱাৰিলে। তাৰ বাকযন্ত্ৰ বন্ধ হৈ গ'ল।

আচলেৰে চকুপানী টুকি টুকি মন্দিৰাই সুধিলে—

"আজি ক'তো একো নাপালে?"

"নাই, নাপালো।" — ক্ষীণ স্বৰেৰে যত্নেশ্বৰে কলে।

"সেই মণেন মহাজনৰ ঘৰলৈ গৈছিল নে?"

"গৈছিলোঁ।—"

"পিছে কি কলে?"

"সেই বিলাক বহুত কথা।"

"বাৰু কওঁকচোন কি কলে।"

হুমুনিয়াহ এটি কাঢ়ি যত্নেশ্বৰে কব ধৰিলে—

"মই গৈ মহাজনৰ পদুলীমুখত থিয় দিলোঁ। এনেতে এটা চাকৰ আহি মোক সুধিলে— "তোক কি লাগে।" মই কলোঁ- "মহাজনক

অলপ লগ পাব আহিছোঁ।" কথাষাৰ কোৱাৰ লগে লগেই চাকৰটোয়ে খিলখিলাই হাঁহিবলৈ ধৰিলে। তাৰ পিছত কলে— "মহাজন ঘৰত নাই পুৱাতেই কৰবালৈ ওলাই গৈছে।" মই বিমোৰতেই পৰিলোঁ। তাৰ পিচত কলো— "মহাজনীকেই অলপ লগধৰি আহোঁগৈ।" "নাই যাব নোৱাৰ তেওঁলোক খাব সোমাইছে; তই আন এদিন আহিবি—" চাকৰটোই কৈ গ'ল। "কলোঁ নহয় ভাই মই আজিয়ে তেওঁক লগ ধৰিব আহিব লাগে।" "নাই যাব নোৱাৰ, বেঙৰ কথাই বাৰিষা নহয়"—। মোৰ বৰ দুখ লাগিল। চাকৰৰ কটু বচনত মোৰ নোম থিয় হৈ উঠিল। উপায়তো নাই। হীন দেখিলে চাকৰেও চোবা পেলায়। আকৌ কাতৰ মিনতি কৰি কলো—"মোক যাবলৈ এৰি দিয়া ভাই, নহলে যে মোৰ ল'ৰা-ছোৱালী কেইটি পানী উঠি যায়।" "তোৰ লৰা-ছোৱালী পানী উঠি গ'ল, তাত মহাজন-মহাজনীৰ কি হানি হ'ল?" আৰু কৈ উঠিল 'তই ইয়াৰ পৰা আঁতৰি যা, নহলে এতিয়াই বাহিৰ কৰি দিম।" "ইমানতো তাৰ প্ৰাণে মোৰ প্ৰতি অকনো নাকান্দিলে। মোৰ প্ৰতি তাৰ অলপো দয়া নুপজিল। তাক অকৌ বুজাই বঢ়াই কব ধৰোতেই মোৰ গাত গোৰ, মোক বগৰাই দিলে মন্দিৰা— ।"

"ক্ৰমে ক্ৰমে মোৰ গাত চেতনা আহিল। মই উঠি বহিলোঁ। এনেতে মহাজন আহি মই কান্দি বহি থকা দেখি সুধিলে—"তোক কি লাগে, এনেদৰে কান্দি বহি আছ কিয়?" মই মিনতিৰ সুৰত কলো—'মহাজন দেউতা, মোক অলপ ভিক্ষা দিয়ক দেউতা; মই কেবাদিনো লঘোনে আছোঁ দেউতা। আনকি মোৰ কন্ কন্ ল'ৰা-ছোৱালী কেইটিও একো খাব নেপাই ভোকত কলমলাই কাটি আছে। দৰিদ্ৰৰ প্ৰতি অলপ মুৰ দাঙি চাওঁক দেউতা।" মহাজনে কলে— "তই এতিয়া যা, আন এদিন আহিবি।" মই কাতৰ মিনতি কৰি কলো—নহয় দেউতা, এতিয়া যি আছে অলপমানকেই দিয়ক।" মহাজনে কেৰাহিকৈ চাই কলে—"তই কাম-বন কৰি খাব নোৱাৰ নেকি?" "কিনো কম দেউতা ঈশ্বৰ, কাম বনতো কৰিয়েই থাকো, কিন্তু নিয়তিয়ে খাব নিদিয়ে" —মই মহাজনক বুজাই কলো। আৰু কি আৰু কলো—"আনদিনাতৈ আপোনাৰ ঘৰলৈয়ে চাকৰ হৈ আহিম দেউতা, আজি মাত্ৰ অলপ দিয়ক।" "এই তই এতিয়া মোক জুলুম-খন নকৰিবি; যিদিনাখন তই মোৰ তাত চাকৰ খাটিব আহিবি সেইদিনাখন মই তোক দিম।" —এই বুলি মহাজনে পদূলি মুখৰ দুৱাৰ বন্ধ কৰি ভিতৰলৈ সোমাই গ'ল। মই কিছু সময় মহাজন যোৱাৰ ফালে চাই থাকি তাৰ পিছত গুচি আহিলো। ... ..."

মন্দিৰাই গুকু গুকুকৈ কান্দিবলৈ ধৰিলে। ৰত্নেশ্বৰেও চকুপানী টুকিলে। তাৰ মনত চৌ খেলি গ'ল—শত বুভুক্ষ—জগতত বস্ত্ৰহীন, ধনহীন, খাব নোপোৱা দীন-দৰিদ্ৰ হৈ জনম ধৰাই বৃথা। এই জগতত মানুহ বোলাবলৈ হলে মাটি-বাৰী, সা-সম্পত্তি নতুবা ঐশ্বৰ্য্য-বিভূতিৰ মালিক হব লাগিব। দেশৰ বুকু চিৰাচিৰ কৰি দেশক অন্ন বস্ত্ৰৰ যোগান ধৰোতা খেতিয়কসকল বসুন্ধৰা

সকল আজি পথৰ ভিক্ষাৰী; এওঁলোকে সমাজৰ পৰা পায় কুৎচিৎ ব্যৱহাৰ ! ঘৃণা !! আৰু হেয়জ্ঞান !!!

ৰত্নেশ্বৰৰ ঘৰখন একেবাৰে ভাগি গ'ল। সিহঁতৰ গাত নাই কাপোৰ, খাবলৈ নাই ভাত। আছে মাত্ৰ মুখৰ মাতষাৰ। সিও ক্ষীণ। বাকি তাৰ সকলো নষ্ট হ'ল। ক'তদিন গ'ল.... ...ধনীৰ ওচৰলৈ, ব্যৱসায়ীৰ ওচৰলৈ। পালে মাত্ৰ কেকেৰা-জেঙেৰা মাত্ৰ কেইষাৰ মান। ঠাট্টা, মস্কৰা, হাঁহি-বিদ্ৰোপ চলাই দিয়ে তাৰ ওপৰত। খুজিলেতো নিদিয়েই, ধাৰলৈও কোনোৱে দিব নোখোজে। তাৰ দৰে দীন-দৰিদ্ৰ ভিকহুক ধাৰলৈ দিব কোনে ?

ৰজত তাৰ ল'ৰাকালৰ বন্ধু। বেচ ধনী মানীলোক। এটা গভীৰ আশা হৃদয়ত বান্ধি লৈ ৰত্নেশ্বৰ গুলাপ কণ্ট্ৰাক্টৰ ৰজত মহাজনৰ ঘৰলৈ। বুকুত তাৰ আশা .. যেনে তেনে কেওঁ মোক সহায় কৰিবই, যদি কেওঁ সহায় নকৰে তেনেহলে কোনে সহায় কৰিব ? .. ৰত্নেশ্বৰ গৈ মহাজনৰ চোতালত থিয় দিলেগৈ। চোতালত কোনো মানুহ নাই ! কাকো দেখা নাপায়। ইতিমধ্যে ৰজতৰ মাক এটা দৰৱপৰা আৰু এটা ঘৰলৈ সোঁ সোঁ কৰি সৰি গ'ল— তাৰফালে ন'চালেই সিও মাতো মাতো কৰিও মাতিব নোৱাৰিলে তাৰ চিঞৰ লুকাই গ'ল। আগতে আহিলে হাঁহি মাতি চাহ-জলপান খুৱাইছিল, নেখাওঁ বুলিলে জোৰ কৰি হলেও খুৱাইছিল। কিন্তু আজি ? আইদেৱে এবাৰ ঘূৰিও নাচালে। হয়তো চিনিও নাপালে। .... সি বৰ বিমোৰত পৰিল। কাৰো কতো সহাঁৰি নাই। উপায় নেদেখি 'ৰজত' বুলি মাত এবাৰ জোৰ কৰি এৰি দিলে। চ'ৰা ঘৰৰ পৰা মহাজনে এবাৰ ডিঙিটো মেলি বাহিৰলৈ চাই পঠিয়ালে। সহাঁৰি পাই ৰত্নেশ্বৰে ৰজত মহাজনৰ ওচৰলৈ চোচাঁ ললে। ৰজতে অপলক্ দৃষ্টিৰে তাৰ ফালে চাই থাকিল। বহু বুলি কবলৈয়ো তাৰ সময়ে নুজুৰিলে। ৰত্নেশ্বৰে নিজেই এটা মূঢ়াত বহি পৰিল।

"মই চোন তোক চিনি পোৱাই নাই।"

"ইচ্ ৰাম ৰাম ! তইনো মোক চিনি নোপোৱাই হলি নে ৰজত ?"

"অ তোক চোন বহুদিন দেখাই নাই— আগৰ চেহেৰা এতিয়া তোৰ নাই; বহুতো বদলি গ'লি। তোৰ কিবা অসুখ হৈছিল নেকি ?"

"অসুখ একো হোৱা নাই, কিন্তু মনৰ অসুখে হে এই অৱস্থাত উপনীত কৰাইছে।"

"ঠিকেইতো মনটোৰ লগতে সকলো কথা। মনটোত দুখ হোৱা মানে এটা ডাঙৰ বেমাৰত ভোগা।"

দুয়োৰে মাজত বহু সময় কথা বতৰা হ'ল। ৰজতে আত্ম-গৌৰৱেৰে কৈ গ'ল। ..

"মোৰ ইমানবোৰ ধৰাপাত বেচিব নোৱাৰিলো। সৰিয়হৰ বস্তা, বস্তাক বস্তাই থাকিল, কোনেমতে বেচিব নোৱাৰিলো। মাটিমাহৰ গাত পোকে ধৰিলেহি কি কৰো কি নকৰো লাগিছে। অমুকে ইমানবোৰ টকা নি পাৰি বহি আছে। তাক আজি দুবছৰেও সুত দিয়া নাই ... "—ৰজত মহাজনে কৈ যায়; ৰত্নেশ্বৰে শুনি যায়।

ৰত্নেশ্বৰে আচল কথাটো কবলৈ একো উৰাদিহ নাপালে। আনকি ৰজতেও সি অহাৰ একো কাৰণ নোসোধে। সি হতভম্ব হৈ পৰে। আন একো উপায় নেদেখি ৰত্নেশ্বৰে লাজক কাটি কৰি থৈ আচল কথাটো উলিয়ালে—

"বুজিছা ৰজত, মোৰ অৱস্থা এতিয়া তেনেই শোচনীয়। এসাজ খাওঁ, চাৰিসাজ লঘোণে থাকো। কানি-কাপোৰ একো নাই, জাৰত কঁপি থাকো। তেলৰ অভাৱত ৰাতি চাকি জ্বলাবলৈ এৰি দিছো। তইতো দেখিছিলিয়েই মোৰ অৱস্থা আগেয়ে কেনে আছিল। কিন্তু এতিয়া ... নচৰা অৱস্থাত পৰিলো। দিন

নাযায়, বাভি সুপুবাগ। তই মোক এভিয়া উদ্ধাব কৰ ভাই, নহলে মই মবি যাওঁ। কি কম ভাই দুখব…” সি আক কব নোৱাবিলে, তলব ফালে মুব কবি হুক্ হুক্কৈ কান্দি উঠিল।

“বুজিছা ৰত্নেশ্বৰ আজি কালি অৰ্থনীতিৰ দুৰৱস্থাত টিকাই টান হৈ পৰিছে। তাতে কিছু-মানে ওপৰলৈয়ে উধাইছে, কিছুমানে পাৰ নাপাই অথাই সাগৰত ডুব গৈছে। মোৰেই কথা ধৰচোন। আজি দুসপ্তাহমান হ'ল ডাঙৰ ল'ৰা-টোই কলেজৰ পৰা চিঠি এখন দি পঠিয়াইছে—“টকা দুশ মহলেই নহয়”। আনকি তালৈ এটা ফুটা কড়িও পঠাব পৰা নাই। কুৰাটো খন্দাব লগাইছো; তাত লাগে টকা। হালোৱা গৰু এহাল কিনিব লাগে—ক'ত পাওঁ টকা। এই বছৰত ধান খেতিও নহ'ল, যি চাৰিটা পাইছো তাকেহে বেচা-কিনা কবি কোনোমতে চলি আছোঁ। মোৰ অৱস্থাও তইতৰ নিচিনাই ভাই। কোন দিনাবো এসোপা টকা—পইচা গোটাই লৈ সুখ কৰিব পাৰিম? ভগবানেহে জানে!”

ৰত্নেশ্বৰে স্বৰগ ভাঙি পৰা যেন পালে। তাৰ ভৰিৰ তলৰ পৃথিৱীখন যেন হঠাতে নাইকিয়া হৈ গ'ল। সি চাৰিওফালে অন্ধকাৰ দেখে। পৃথিৱীখন তাৰ কাৰণে নৰকৰ কুণ্ড যেন লাগিল। যমদূতে যেন ইয়ালৈ তাক শাস্তি বিহিবহে আহিছে। ৰত্নেশ্বৰে কওঁ কওঁ বুলিও কথাটো এবাৰ আকৌ বজত মহাজনক বুজাই কবলৈ নোৱাৰিলে। কথাবোৰ নিজৰ গাতেই গুমৰি গুমৰি মাৰ গ'ল। বহু সময় বহি থকাৰ পিচত ৰত্নেশ্বৰৰ এবাৰি মাত্ত ওলাল—।

“মই এতিয়া উঠোহে ৰজত। সময়ো বহুত হ'ল।”

“বাক ৰত্নেশ্বৰ তই এতিয়া যা, আন এদিন আহিবি। আক মাজে সময়ে তই আহিয়েই থাকিবিচোন, আমাৰ ঘৰলৈও সময়েই নোজোৰে।”

× × × × ×

ৰত্নেশ্বৰ হীন লোক, তাক কোনেও আশা নকৰে। আনকি বাটৰ কুকুৰেও বাট এৰি নিদিয়াৰ দিন পৰিল। ৰত্নেশ্বৰক টকা পইচা ধাৰ দিবলৈ কোনেও ভৰিকে নাপাতে। সিহঁতে ভাবে বাকী মানে ফাঁকি। ধাৰে দিয়া মানে চৈ চিঙি দিয়া। সিহঁতৰ মানত ৰত্নেশ্বৰ মানুহ নহয়, সি কেৱলগ কিবা এটা পদাৰ্থ। কিন্তু সিহঁতে যি ভাবে ৰত্নেশ্বৰতো তেনে নহয়। সিও এজন মানুহেই। তাবোতো এখন অন্তৰ আছে। বিবেক আছে। ভাৱিবলৈ এটি মুৰ আছে। কিন্তু সি টকা পইচা ধাৰলৈ নাপায় কিয়? নাপায় এই কাৰণেই তাৰ মাটি বাৰী নাই সা-সম্পত্তি নাই; সি ছালচিগা ভিকহু। কিহক লৈ মহাজন সকলে তাক টকা ধাৰলৈ দিব।

এদিনাখন ৰত্নেশ্বৰৰ এটা অপ্ৰীতিকৰ ঘটনা ঘটিল। সি পুৱাতেই ওলাই গৈছিল ভিক্ষা বিচাৰি। সি গৈ গৈ পাইছিলগৈ এখন চহৰ। টিং টিঙিয়া ৰ'দ দিছে। গৰমত চাটি-ফুটি গৈছে। তাতে আকৌ জনতাৰ সমাবেশত উপায় নাই ৰত্নেশ্বৰ একাষৰীয়াকৈ কিছুবাট গৈ এখন দোকানৰ সমু-খত গছ এডালৰ তলত বহি পৰিল। ভাগৰত হৈ পৰিছিল সি ক্লান্ত। গছৰ তলতেই তাৰ টোপনি আহিল। বহু সময়ৰ পিচত তাৰ

[illegible] দুহাতেৰে চকু মুখ মোহাৰিব লাগিল। এনেতে এদল মানুহ তাৰ ওচৰলৈ [illegible] তাক জোৰেৰে ধৰি সুধিলে—

"তই সৌ দোকানখনৰ পৰা কিয় টকা কুৰিটা চুৰি কৰি আনিছ?"

"ইচ্ ৰাম ৰাম! মোক তেনে অপবাদ নিদিব দেউতা ঈশ্বৰ সকল। মই চোৰ কৰিলে পথৰ ভিক্ষাৰী হব নালাগিলহেঁতেন।"

"এই দে দে টকা কেইটা দে।"

"চাওক দেউতা ঈশ্বৰসকল মোৰ হাতত টকা নাই; থাকিলেহে দিব পাৰো।"

[illegible]

"টকা তয়েই আনিছ, আৰু আন কোনো মানুহে আনা নাই। তই এইদৰে মানুহৰ বেশ ধৰি থাকিছ [illegible] নাই, [illegible] নাই। টকা কত [illegible] থৈ আহিছ আনি দে।"

"[illegible] কৰিছো, ভাৰত ধৰিছো, দেউতা [illegible] মোক নধৰিব, মই চোৰ কৰা [illegible]"

"[illegible] কথাই নাছিল যদি সেই দোকানৰ [illegible] কিয় ঘূৰ-ঘূৰিকৈ লগাইছিলি, তয়েই চোৰ হব লাগিব।"

দেউতা ঈশ্বৰসকল মই তাত জিৰণী লবলৈ বিচাৰিছিলো। কোনো সুবিধা নেদেখি এই গছৰ তলিতেই জিৰণী লৈছোহি। বিনা দোষত মোক নামাৰিব।"

"নাই নাই তোৰ কোনো কথাই নুশুনিম। তই এইদিনা ই কাই কৰিছ। বদমাচ চোৰ!"

কিছুমানে হাতত ধৰি টনাটনি কৰে, কিছুমানে চৰ, ভুকু, লাঠি, গোৰ, আদি সোধাই দিয়ে। যেয়ে সেয়ে চোৰ বুলি কবহে লাগে বাটৰ বাট-কৰুৱাইয়ো ওপৰতে দুটা মাৰ সোপাই থৈ যায়। মাৰ্কিল, টনা-আজোৰাত সি অচেতন হৈ পৰি গ'ল। তাৰ দেহাৰ খবৰ নাই, যেনিয়েই আছে সেইফালেই কোনো লৰচৰ নাই। হাত-ভৰি, গা-মূৰ ফুলি আহিল, মূৰৰ কিছু তেজো বৈ পৰি আছে। মাত্ৰ হাড়ৰ মাজতহে প্ৰাণবায়ু সোমাই আছে। এজন মানুহ আহি কলে—"ইয়াৰ প্ৰাণটো নাশ নকৰিব। চোৰৰ ভাল বৈদ্য পিতন হৈ গৈছে।"

বাস্তৱিকতে ৰত্নেশ্বৰ চোৰ নাছিল। আছিল সেই চহৰৰ চোৰ। দোকানৰ মোহোৰা চলতেই পিছফালে টকা কেইটা উলিয়াই নিলে। সেই দোকানখনৰ মুখত ৰত্নেশ্বৰে ভামাক ভুমুক কৰিছিল কিয়? কৰিছিল এই কাৰণেই—সি বহুত বাট কৰি আহিছে, ৰ'দে-বতাহে ভাগৰে জোগৰে। আৰু সেই কাৰণেই তাৰ দোকানৰ আগত জিৰণী লব পাৰি ভাবি তাত অলপ ইফাল সিফাল কৰিছিল। কিন্তু কোনো উপায় নেদেখি তাৰ পৰা গুচি আহি এই দোকানৰ মুখৰ গছ ডালৰ তলিত আশ্ৰয় লৈছিলহি।

ৰত্নেশ্বৰৰ অন্তৰত আজি দয়া নাই। মমতা নাই। এই পৃথিৱীলৈ তাৰ ঘৃণা ওপজে। তাৰ অন্তৰৰ সকলো মায়া-মোহ বিচ্ছিন্ন হৈ গৈছে। সি এই পৃথিৱীৰ মানুহ নহয়—কোনোবা অজান দেশৰ পৰা উটি আহিছে। সেই কাৰণেই এই

পৃথিৱীৰ জল-বায়ু, গছ-লতা আদিয়ে তাক পীড়া কৰিব নোৱাৰে। তাৰ হৃদয় পাষাণ হৈ যায়। এই জগতৰ জীৱ-জন্তু, কীট-পতঙ্গ, আকাশ-বায়ু সকলো বিলাক তাৰ কাৰণে শত্রু হৈ পৰে।

ৰত্নেশ্বৰে কয় "জীৱন ধৰিছো যেতিয়া যি কোনো এটা পথ বাচি উলিয়াবই লাগিব। জগতৰ মানুহ মাত্রেই এটা উদ্দেশ্য থাকিবই লাগিব। উদ্দেশ্যবিহীন জীৱন পঙ্গুৰ নিচিনা। ৰত্নেশ্বৰৰ জীৱনৰ উদ্দেশ্য হ'ল এই জগতত তাৰ দুখীয়া নামটো মোচন কৰা। মাটি-বাৰী, সা-সম্পত্তি নাথাকিলেই মানুহ দুখীয়া নেকি? দেশৰ নেতা বা বিষয় ববীয়া হব নোৱাৰিলেই মানুহে নৰকত ভুগিব লাগে নেকি? মই যিটো পথ বাচি লৈছো, সেইটো ঘৃণনীয় হব পাৰে তথাপি মই জগত বাসীক দেখুৱাম যে মই দুখীয়া নহওঁ! ঘৃণনীয় নহওঁ!!! মই পৃথিৱীত জীয়াই থকা মানুহ!!!"

X X X X X X X

............ৰত্নেশ্বৰ আজি দস্যু। সি আজি নৰ হত্যাকাৰী ডকাইত। নৰ হত্যালৈ সি আজি ভয় নকৰে। নৰ-ৰক্ত শোষণ কৰি হলেও সি আজি পৃথিৱীত জীয়াই থাকিব। সি যেন নৰ-ৰক্তেৰে পৃথিৱী আজি ৰঞ্জিত কৰি তুলিব। তাৰ আকাংক্ষা প্রবল—আকাশৰ নন্দন কানন মৰ্ত্যত সজাবলৈ তাৰ প্রবল ইচ্ছা।

ৰত্নেশ্বৰ আজি দুখীয়া নহয়! মহান সুখী!! —কাৰো ওচৰত সি আজি হাত পাতিব নালাগে।

পাঠক, পাঠিকা সকল ৰত্নেশ্বৰে এই বৃত্তিত মনোনিবেশ কৰাৰ কাৰণে দায়ী কোন? ............



# সোণৰ খাৰু জোৰা

[ অনুবাদ ]

শ্ৰীভৱেন্দ্ৰ চন্দ্ৰ নাথ
প্ৰাক্তন ছাত্ৰ

"অৱশেষত সেইটোৱেই হ'ল। এইটো এটা মই কৰা সামান্য ঘটনা। কমলকীয়ে কোঁৱৰক সেই সোণৰ খাৰু জোৰা বিক্ৰি কৰিবলৈ দিয়া নাছিল নে?"

....কামাক্ষীয়ে গিৰিয়েক সুন্দৰামক এই কথাখিনি কৈছিল। এয়া, সিহঁত আজি ঘৰ দুৰ্দ্দিনত পৰিছে। আৰু কালি কিদৰে সিহঁতৰ খাদ্য সমস্যা সমাধান কৰিব তাৰ উপায় চিন্তিছে। কিন্তু পোৱা নাই।

"লওক, এয়া মোৰ খাৰু আৰু বেচক। এইখিনি টকাৰেকে আমি কিছুদিন চলিব পাৰিম। ইতিমধ্যে আমি কিছু কাম কৰিবলৈ চেষ্টা কৰিম। তেতিয়া ঈশ্বৰে আমাক নিশ্চয় পথ দেখুৱাব।"

এইদৰে কৈ তাইৰ সোণৰ খাৰুৰে বিভূষিত হাত দুখনিয়ে এটা শোকাবহ ঘটনাৰ অৱতাৰণা কৰিছিল।

ঘৈণীয়েকৰ সুকোমল হাত দুখনিত ওলমি থকা সেই জোৰা খাৰুৰ পিনে সুন্দৰামে সতৃষ্ণ নয়নে চাই আছিল। সোনকালেই হওঁক বা পলমকৈয়েই হওঁক সিয়ে খাৰু জোৰা বেচিব লাগিব সেইটো সি জানিছিল। কিন্তু কথা হ'ল তাই নিজেই গিৰিয়েকক দিয়া উপদেশে এই ক্ষেত্ৰত এটা অমিল আনিলে। কি যে, মৰম নিহিত হৈ আছে এই বোবা খাৰু জোৰত! তাইৰ সেই বোবা খাৰুজোৰাই যেন আজি বাগ্মী হৈ কিমান যে ভাল পোৱাৰ গীত ৰচনা কৰিছে!!

খাৰুজোৰাৰ ফালে নিৰ্বাক নিস্পন্দ হৈ এটি আশাভৰা দৃষ্টিৰে চাই থাকিল সুন্দৰামে।

"আপুনি পাথৰৰ দৰে নিঠৰ হৈ চাই থাকিল কিয়? যদি আপুনি সন্দেহ কৰে, মই নিজেই খাৰু উলিয়াই আপোনাৰ হাতত তুলি দিম।"

এইদৰে কৈ কামাক্ষীয়ে সোঁহাতেৰে বাওঁহাতৰ খাৰু উলিয়াবলৈ আৰম্ভ কৰিলে।

"ৰবা! ৰবা!!" সুন্দৰামে কৈছিল, তাইৰ হাত-দুখনি বুকুৰ মাজত সাৱতি লৈ।

"খাৰু জোৰ, কি বিক্ৰি নকৰিব! আমি যানো সোণ খাই জীয়াই থাকিব পাৰিম?" ....তাই কলে; এটি মৰমসনা হাঁহি মাৰি।

কেতিয়াবা ভালপোৱাৰ অনুপ্ৰেৰণাই আৰু সহানুভূতিয়ে এজনৰ গোটেই খন অন্তৰ অধিকাৰ কৰি লয়। কামাক্ষীও আজি তেনেকুৱা অৱস্থাত উপনীত।

"নহয় কামু, এইটো হব নোৱাৰে; মই নিজেই খাৰু সোলোকাম।"

তাইৰ সেন্দুৰীয়া ওঠৰ পাহিত বিৰিঙি উঠা হাঁহিত বিগলিত হৈযো সোণৰ খাৰুজোৰা সোলোকাবলৈ বাধা দৈছিল। সি তাইৰ হাত দুখনি কোমল স্পৰ্শৰে দাঙি লৈছিল, যেন এডাল সুকোমল ফুলৰ মালাহে দাঙিছে। সি লাহে লাহে খাৰু সোলোকোৱাত লাগিল। অজানিতে খাৰুপাত তাৰ হাতৰ পৰা পৰি গৈছিল। আৰু আলফুলকৈ ঘৈণীয়েকৰ হাত দুখনি সাৱতি ধৰি তাইৰ সজল চকুজুৰিলৈ একেথৰে চাই থাকি কৈছিল,....

"তুমি মোক নিৰ্দয় বুলি নাভাবিবা কামাক্ষী।"

"সেইবোৰ ভাবিলৈ আপোনাক কিহে ব্যথা কৰাইছে ?" এটি হুমুনিয়াহ কাঢ়ি তাই সুধিলে

তাৰ অতীত জীৱনত ঘটা এটি সাধাৰণ ঘটনা আজি তাৰ মানস পতন জিলিকি উঠিছে তাৰ সেই স্মৃতিয়েই আজি তাৰ মনত এটা প্ৰশ্ন। ........

স্মৃতি এটা ৰহস্যপূৰ্ণ আৰু আচৰ্যকৰীয়া বস্তু। ই অতীত ঘটনাৰ সময়, স্থান, মানুহ জনৰ মন আৰু ঘটনাৰ পৰিৱেশটো সম্পূৰ্ণৰূপে আনি দিয়ে সেইটোৱে বৰ্ত্তমান মুহূৰ্তত এভনক আঘাট কৰে। অতীতৰ পাহৰণিৰ গৰ্ভত লীন হোৱা ঘটনা এটা সুন্দৰামৰ আজি বেচ্ মনত পৰিছে স্মৃতি যেনেকুৱা অচুকলীয়া, মানুহৰ কাৰণে তেনে অপ্ৰত্যাশিত বস্তু কৰ্মক্লান্ত মানৱৰ অন্তৰত এনে ঘটনাৰ স্মৰণ যেতিয়াই তেতিয়াই নাহে, কিন্তু কোনো এক সময়ৰ পৰিবেষ্টনত এনেবোৰ ঘটনা আপোনা আপুনি ভাঁহি উঠে।

এই ঘটনা ঘটিছিল দাম্পত্য জীৱনৰ পাতনি মেলাৰ আগতেই। তেতিয়া সিহঁত আছিল ধূলিঘৰ সাজি ওমলি ফুৰা শিশু। সিহঁতৰ মাজত কাজিয়া লাগিছিল এটি পুতলাক লৈ। পুতলাটো কিহৰ আছিল, সুন্দৰামৰ আজি মনত নাই, কিন্তু সেইটো যে তাৰ দৰকাৰী আছিল, সেইটো হলে মনত আছে। পুতলাটো পাবলৈ সি বৰ ইচ্ছা কৰিছিল কিন্তু তাই সেইটো দিয়া নাছিল তাই হাতেৰে বৰ টানকৈ ধৰিছিল। আৰু সেইটো সি নিবলৈ চেষ্টাত অভিভূত হৈ চিঞৰিছিল যদিও তাইৰ হাত লৰাব নোৱাৰিছিল সি তাইক ভয় দেখুৱাইছিল কিন্তু তাই দৃঢ়ভাৱে লৈ আছিল। উগ্ৰ খঙত সি তাইৰ হাতত ধৰিছিল আৰু থাপ্পৰাইছি নগেৰে তাইৰ পৰা নিবলৈ চেষ্টা কৰিছিল কিন্তু তাই তাক সৰ্বশক্তি প্ৰয়োগ কৰি হলেও বাধা দিছিল। যি টনা আজোঁৰা হৈছিল তাৰ ফলত তাইৰ সোঁহাতৰ কাচৰ চুৰি পাত ভাঙিছিল।

সেই সময়ত তাইৰ এজোৰা মাত্ৰ চুৰি আছিল। কাৰণ সেই সময়তো দুখীয়া আছিল হঠাৎ চুৰিপাতে অনা অপ্ৰত্যাশিত দুখ তাইৰ চকুৰে আহি ৰৈছিল আৰু সকলোবোৰ ছোৱালীয়ে তাইৰ চকুৰ ফালে সহানুভূতিৰে চাইছিল। তাইৰ চকুৰ পানী দেখি এক অনন্তৃত আনন্দত অধীৰ হৈ সি উচ্চুকভাৱে তাইৰ বাওঁহাতৰ চুৰিপাতো ভাঙিছিল। তাই তাৰ ওপৰত বালিকাসুলভ প্ৰতিশোধ লৈছিল, পুতলাটো আঁতৰলৈ দলিয়াই দি আৰু ফকুৰি দি।

"ঠগ প্ৰত্যেক সেইটো লৈ যা! যদি তোক এইটোৱেই লাগিছিল তেনে সেইলৈ গলেই হ'ল হেঁতেন। কিন্তু ইয়াৰ কাৰণে মোৰ চুৰিজোৰ ভাঙিলি কিয় ? যদি তোক পুতলাটোৱেই লাগিছিল তেনেহলে পুতলাৰ কাৰণে মোৰ চুৰি-জোৰ ভঙা উচিত হৈছেনে ? তোৰেই লৈ যা সেইটো মোক নালাগে।"

সুন্দৰামে পাহৰি যোৱা সেই সৰু ঘটনাটো আজি হঠাৎ তাৰ মনত পৰিছে। এইটো এটা তেনেই সামান্য ঘটনা আছিল বিয়াৰ পিচত সিহঁতে এইটোক লৈ অন্তৰ খুলি হাঁহিছিল তাৰ পিচত সিহঁতে সমূলি পাহৰি গৈছিল আজি এই মুহূৰ্ত্তত এই ঘটনাটোৱে অন্তৰ খোলা হাঁহিৰ পৰিবৰ্ত্তে আনি দিলে গভীৰ

চিন্তা আৰু এখনি শেতা পৰা মুখ। সি কামাক্ষীৰ ফালে চাই কৈছিল—

"কামাক্ষী, তুমি মোক নিৰ্দয় বুলি নেভাবিবা।"

"ভাবিম কিয় ?"

"মই যে এসময়ত তোমাৰ কাচৰ খাৰুজোৰা ভাঙিছিলোঁ, মনত পৰেণে ?"

"পৰিছে। তাত এতিয়া ভাবিব লগীয়া কিটো আছে ?"

সুন্দৰাম যি অৱস্থাত পৰিছে, কামাক্ষীও আজি সেই অৱস্থাতেই পৰিছে। দুয়োৰে ভিতৰত ভাল পোৱাৰ ধুমুহা বলিবলৈ ধৰিলে। সিহঁতৰ অন্তৰত ভালপোৱা ইমান প্ৰবল হৈছিল, যেন সিহঁতৰ প্ৰত্যেক আষাৰ কথাতে এ্কোটি প্ৰেমৰ নিজৰাহে বৈছিল।

"কামাক্ষী, কি যে, আচৰিত মিলণ! সৌ তাহানি শৈশৱ কালত কোনো কাৰণ নোহোৱাকৈ তোমাৰ কাচৰ চুৰি জোৰা ভাঙিছিলো, আজি মোৰ সহায়হীনতাৰ কাৰণে তোমাৰ খাৰু জোৰা লৈছো।—বেচি খাদ্য কিনিবৰ কাৰণে। সৌ তাহানিৰ বালক-বালিকা অৱস্থাত আৰু আজি যুৱক-যুৱতী অৱস্থাত সহায়হীনতা। কিমান যে প্ৰাৰ্থক্য! নাই! একোৱেই নাই! মই সৌ তাহানিৰ দৰেই থাকিব বিচাৰো। কিন্তু তুমি ? এৰা, তুমিও। মনত কৰিবা, তুমি তেতিয়া আছিলা ছোৱালী আৰু এতিয়া গৃহিনী বেশত তিৰোতা। সৌ তাহানিৰ আৰু আজিৰ একেখনি সোণালী অন্তৰ থাকক!"

—•—



# ভাইটি হতঁৰ চ'ৰা

[ চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ শ্ৰেণীৰ ছাত্ৰৰ কাৰণে ]

# হৰিণা পোৱালী

শ্ৰীকমলেশ্বৰ নাথ
৫ম (খ) শ্ৰেণী

নিৰীহ অকণি হৰিণা পোৱালী তই,
থাক মাথো বননিৰ লতা পাত খাই;
নকৰ কদাপি হানি নৰ-মানৱৰ
আপোন ভাগ্যক তই আকোৱালী ধৰ।
নিজৰাৰ পাৰে পাৰে মন উদঙাই
আপোন পাহৰা হ'ই চৰি ফুৰ তই।
এনেতে এদিন আছিল বিপদ চাপি,
ভাবিছিলি বিপদ তোৰ নাহে কদাপি।
তথাপি মানৱে হায় মোহৰ জালত;
চলে বলে সুকৌশলে হানেহি বুকত।
নাছিল সহায় তোৰ বিপদ কালত,
বেদনাত কৰিছিলি তই ছট্‌ফট্।
কিয় বাক সংসাৰত জনম লভিলি,
নিঃসহায় হ'ই তই হৰিণা পোৱালী?

---

# নামৰ মহিমা

শ্ৰীগৌতম কুমাৰ বৰুৱা
৬ষ্ঠ শ্ৰেণী (ক)

হৰি নামৰ মহিমা অসীম। ভগৱানৰ নাম ললে পাপ সাগৰ পাৰ হব পাৰি। অতি পাপী জনেও ঈশ্বৰৰ নাম ললে সকলো পাপ মোচন হয়। এই কথা আমি অজামিল উপাখ্যানৰ পৰা পাওঁ।

অজামিল নামেৰে এজন ব্ৰাহ্মণ আছিল। তেওঁ এগৰাকী বেশ্যাত পতিত হৈছিল। বেশ্যা-গৰাকীৰ গৰ্ভত দহজন পুত্ৰ সন্তানৰ জন্ম হৈছিল। সেই দহজনৰ ভিতৰত আটাইতকৈ যিজন সুম-লীয়া আছিল সেই জনক অজামিলে বৰ মৰম কৰিছিল। সেই কাৰণে অজামিলে ল'ৰাজনৰ নাম ৰাখিলে "নাৰায়ণ।"

পবিত্ৰ ব্ৰাহ্মণ কুলত জন্ম লৈ অজামিলে বিবাহ কৰালে এজনী বেশ্যাক। জাতিকুল ত্যাগ কৰি ধৰ্ম নমনা হ'ল। পুত্ৰ ভাৰ্য্যাক বধ কৰি আৰু মিত্ৰদ্ৰোহ আচৰণ কৰি মহা পাপত ডুব গ'ল। এইদৰে অধৰ্ম্মৰ মাত্ৰা দিনক দিনে বেছি হোৱাৰ লগে লগে অজামিলৰ আয়ু টুটি আহিল। তেওঁৰ পাপ দেহা নিবৰ বাবে ভয়ঙ্কৰ তিনিটা যমদূত আহিল। সিহঁতে বহুত কষ্ট ভোগ কৰি কোনোমতে ব্ৰাহ্মণৰ জীৱটো বাজ কৰিলে। ব্ৰাহ্মণে মৰিবৰ সময়ত সুমলীয়া পুতেকক মৰমতে "নাৰায়ণ!" "নাৰায়ণ!" বুলি মাতিছিল। অজামিলে পুত্ৰক "নাৰায়ণ" বুলি মতাৰ কাৰণে ভগৱানৰ নাম লোৱা হ'ল। মৰণৰ আগতে ভগৱানৰ নাম স্মৰণ কৰাৰ কাৰণে ততালিকে বিষ্ণুৰ দূত চাৰিজন আহি যমদূতৰ হাতৰ পৰা অজামিলৰ জীৱটি কাঢ়ি ললে আৰু অজামিলৰ জীৱ স্বৰ্গলৈ লৈ গ'ল।

যমদূত তিনিজনে কান্দি কান্দি আহি যম-ৰজাৰ ওচৰত আহি কলে—"প্ৰভু আমি ব্ৰাহ্মণৰ জীৱটো বাজ কৰি লওঁতে ব্ৰাহ্মণে সুমলীয়া পুতেকক "নাৰায়ণ" বুলি মাতিলে আৰু লগে লগে চাৰিজন সুন্দৰ পুৰুষ আহি আমাৰ হাতৰ পৰা জীৱটি কাঢ়ি লৈ গ'ল। আমাতকৈও আৰু শক্তিমন্ত কোনোৱা আছেনে প্ৰভু?" তেতিয়া যমৰাজে হাঁহি হাঁহি কবলৈ ধৰিলে—"তোমা-লোকে নাজানা। মৰিবৰ সময়ত অজামিলে "নাৰায়ণৰ" নাম লোৱা কাৰণে তাৰ সকলো পাপ মোচন হ'ল। অতি পাপীজনেও ঈশ্বৰৰ নাম ললে তাৰ সকলো পাপ খণ্ডন হয়। গোটেই বিশ্ব ব্ৰহ্মাণ্ড বিষ্ণুই আগুৰি আছে। তেওঁৰ মহিমা অসীম। তেওঁৰ তলত আমি। আজিৰ পৰা য'ত হৰিনাম শুনা তালৈ আমাৰ নাযাবা। য'ত হৰিৰ নাম কীৰ্ত্তন কৰি থাকে তাৰ ওচৰলৈ নাযাবা। বৈষ্ণৱক দেখিলে মুখ দোৱাই আঁতৰি

আহিবা। কিন্তু যিবিলাকে ঈশ্বৰৰ নাম নলয় সেইবিলাকক বান্ধি লৈ আহিবা। যিয়ে গো বধ, সুৰাপান, ব্ৰাহ্মণ বধ, তিখোতা হৰণ, সুবৰ্ণ হৰণ কৰে আৰু মিত্ৰৰ দ্ৰোহ আঁচৰে সেই সকল পাপীক হাতে ভৰিয়ে বান্ধি লৈ আহিবা। তেতিয়া বিষ্ণুৰ দূতে বাধা নকৰে। বিষ্ণুৰ মহিমা অসীম। সেই কাৰণে শঙ্কৰদেৱে তেখেতৰ কীৰ্ত্তনত লিখিছিল—

শুকনিগদতি শুনা কুৰুপতি
কহিলো পৰম সাৰ।
হৰিনাম বিনা পাপ সাগৰত
কাহাৰো নাহি নিস্তাৰ॥

---

# শিশু দিৱস

শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা
৯ম শ্ৰেণী (খ)

আজি ১৯৬৪ চনৰ ১৪ নবেম্বৰ। এনেকুৱা এটি পৱিত্ৰ দিনতেই ৭৫ বছৰ আগতে নেহৰু খুড়াৰ জন্ম হৈছিল। বিশ্ব বৰেণ্য নেহৰু খুড়া আছিল আমাৰ দেশৰ স্বাধীনতাৰ প্ৰতীক। তেওঁ আছিল আমাৰ স্বাধীন ভাৰতবৰ্ষৰ প্ৰথম প্ৰধান মন্ত্ৰী। নেহৰু খুড়াৰ জন্ম দিৱস প্ৰতি বছৰে পালন কৰা হৈ আহিছে। ১৯৫৫ চনৰ পৰা সমগ্ৰ দেশতে 'শিশু দিৱস' হিচাবে নেহৰু খুড়াৰ জন্ম দিৱসটো বৰ উলহ মালহেৰে পালন কৰা হৈছে। এই দিৱসৰ দিনা খুড়াই শান্তিৰ প্ৰতীক বগা পাৰ উৰুৱাই দি অকণিহঁতৰ লগত ৰংধেমালিত যোগ দিছিল। নেহৰু খুড়াই কণ কণ লৰা-ছোৱালীক বৰ আদৰ চেনেহ কৰিছিল। তেওঁ ফুল বৰ ভাল পাইছিল। হীৰালাল নামৰ এজন মালীয়ে সদায় তেওঁক একোপাহি ৰঙা গোলাপ দিছিল। তেওঁ সৰু সৰু জন্তু পোৱালীকো বৰ ভাল পাইছিল।

দেশ বিদেশৰ সকলো শিশুৱে নেহৰু খুড়াক বৰ ভাল পায়। খুড়াই বিদেশৰ অকণিহঁতক নানান উপহাৰ দিছিল। তেওঁলোকেও নেহৰু খুড়াৰ জন্ম দিৱসত সৰু সৰু বস্তু কিছুমান উপহাৰ দিছিল। আজি নেহৰু খুড়া আমাৰ মাজত আৰু নাই। তেখেতৰ হাঁহি থকা ছবিখন আগত ৰাখি আমি এই দিৱস পালন কৰিছোঁ। আজি আনন্দৰ পৰিবৰ্ত্তে আমাৰ মনত বেজাৰ হে লাগিছে। তথাপি নেহৰু খুড়াৰ আদৰ্শ লৈ আমি আগুৱাই যাম। আমি খুড়াৰ দৰে মহান হোৱাৰ সংকল্প লওঁ আহা।

আমাৰ মাজত নেহৰু খুড়া মৰিও অমৰ হৈ ৰব।

# জানিব লগীয়া

:প্ৰথম অসমীয়া বাতৰি কাকত— অৰুনোদয়। খৃষ্টান মিছনেৰী বিলাকে ১৮৪৬ চনত এইখন শিৱসাগৰ মিছনেৰী প্ৰেছৰ পৰা মাহেকীয়া ভাৱে উলিয়ায়। ইয়াৰ প্ৰথম সম্পাদক ৰেভাৰেণ্ড ও, টি, কটুৰ।

:সৰ্ব্বপ্ৰথম ছপা হোৱা অসমীয়া পুথিখন হ'ল— বাইবেল। ১৮১৩ চনত নগাৱঁৰ আত্মাৰাম শৰ্ম্মাৰ হতুৱাই অসমীয়ালৈ অনুবাদ কৰাই ৰেভাৰেণ্ড উইলিয়াম কেৰিয়ে শ্ৰীৰামপুৰৰ পৰা ইয়াক প্ৰকাশ কৰি উলিয়ায়।

:প্ৰথম অসমীয়া কথাছবি উলিওৱাওঁতা— ৺জ্যোতি প্ৰসাদ আগৰৱালা। ভোলাগুৰিত অসমত অস্থায়ী ভাৱে সজা "চিত্ৰবন" ষ্টুডিঅ'ৰ পৰা 'জয়মতী' কথাছবি উলিয়ায়।

:গুৱাহাটী বিশ্ববিদ্যালয় ১৯৪৭ চনত স্থাপন কৰা হৈছিল। ইয়াৰ প্ৰথম ভাইচচেন্সেলাৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ।

:ৰ'বট (Robot) এবিধ কৃত্ৰিম ইঞ্জিনৰ মানুহ। ই জীৱিত মানুহৰ দৰে বহু কাম কৰিব পাৰে।

**Members of the Stuc·nts' Parliament, 1964.**
Sipajhar Govt. Aided H. S. & M. P. School.



**1st Row :—** ( Sitting from left to right ) K. Kalita, L. Saharia, H. Kalita, B. A. B. T., President I/C., S P., B. Sarma Sastri, President, Magazine Editorial Board, M. Saharia, B. C. Das.

**2nd Row :—** ( Standing left to right ) N. K. Hazarika, Editor, Magazine, K. Bhuyan, H. C. Bora, P. Deka, Asstt. Editor, Magazine, J. Bora, K. Saharia, J. Nath, Deputy Prime Minister, S. P., S. P. Saharia, T. Bhuyan.

**3rd Row :—** ( Left to right ) L. Nath, G. Sarma, G. C. Bania, S. Sattar, Sahajahan, B. Sarma, B. Ali, R. Barua, Tabibulla,

**4th Row :—** ( Left to right ) N. Nath, C. R. Barua, D. Sarma, Prime Minister, S. P., S. Sarma, S. P. Bhatta, B. K. Hazarika, B. Bania, M. R. Nath.

# ছাত্ৰ পৰিষদৰ প্ৰধান মন্ত্ৰীৰ প্ৰতিবেদন

১৯৬৪

যি সৰ্ব্বশক্তিমান পৰম-পিতা পৰমেশ্বৰৰ কৃপাত এই অভাজনে সংসাৰ ক্ষেত্ৰত ভুমুকি মাৰিবলৈ সমৰ্থবান হৈছো সেই জগতগুৰু আৰু যি সদাশয় শ্ৰীগুৰুৰ কৃপাত মোৰ এই অজ্ঞান চকু মেল খাইছে— সেই সকলৰ চৰণত শতকোটি প্ৰণতি জনাই মই মোৰ বক্তব্যাত অগ্ৰসৰ হবলৈ প্ৰয়াস কৰিছোঁ।

সমাজপ্ৰিয় মানৱ জাতিয়ে সমাজ আৰু দেশৰ কাৰণে ভাবিবলৈ সমৰ্থবান। সেই কাৰণেই মানৱে আজি প্ৰগতিৰ যুগত সকলো প্ৰাণীকে চেৰ পেলাই উন্নতিৰ চূড়ান্ত সীমাত উপনীত হৈছে। মানৱ সৃষ্টি ৰহস্যৰ গৌৰৱ মুকুট। নিজৰ বল-বুদ্ধি-বিক্ৰমৰ ফলত অসাধাৰণ প্ৰতিভা আহৰণ কৰি ভগৱানৰ বিনন্দীয়া বিশ্বত শীৰ্ষস্থান লাভ কৰিছে। বিশ্ব-ইতিহাসৰ পাত লুটিয়াই চালেই দেখা যায় যে অতীতৰ গছৰ খোৰোঙত পৰ্ব্বতৰ গুহাত বাস কৰা অসভ্য আদিম মানৱৰো আছিল একোখন সমাজ। সেই সমাজ আজিৰ সমাজতকৈ বহুতো পিচপৰা আছিল—কিন্তু সেই সমাজেই যুগ যুগ ধৰি সংস্কাৰৰ মাজেদি অগ্ৰসৰ হৈ আজিৰ অৱস্থাত উপনীত হৈছেহি।

যি জাতিৰ সমাজ নাই ঐক্য নাই সেই জাতি অন্ধকাৰৰ অতল গৰ্ভত ক্ৰমে বিলীন হৈ যায়। সমাজৰ লগত ওতঃপ্ৰোত ভাবে জড়িত আছে সাহিত্য। সাহিত্যহীন সমাজ এখনৰো উন্নতি অসম্ভৱ। সমাজ গঠনত পোন প্ৰথমে আৱশ্যক হয় একতাৰ—যাৰ অবিহনে সমাজ গঢ়ি উঠিব নোৱাৰে। এখন সমাজৰ প্ৰত্যেকজন সভ্যই যদি "মই বৰ" ভাব লয় নাইবা নিজ স্বাৰ্থৰ কাৰণে ব্যাকুল হয় সেই সমাজ সোনকালে মৰহি যায়।

সমাজপ্ৰিয় মানুহে সৃষ্টি পাতনিৰে পৰা ঐক্যবদ্ধভাবে সৰু ডাঙৰ অনেক কাম কৰি আহিছে আৰু সভ্যতাকো নৱ ৰূপ দিছে। এজন মানুহৰ ব্যক্তিত্ব ৰূপায়িত হৈ উঠে সমাজৰ জৰিয়তে। সমাজৰ প্ৰধান অঙ্গ সমবায়—যিয়ে ক্ষুদ্ৰক মহৎ, দুৰ্ব্বলীক বলী আৰু অসাধ্যক সাধন কৰি উন্নতিৰ বাটত অগ্ৰসৰ হব পাৰিছে।

সমাজ—সমবায়, সাহিত্যমুখী মহৎ উদ্দেশ্যৰ প্ৰতি লক্ষ্য ৰাখি আৰু জনপ্ৰিয় চৰকাৰৰ নিৰ্দ্দেশ মতে ছাত্ৰ-ছাত্ৰীসকলে ৰাজনীতি তথা শাসন কাৰ্য্যৰ কিছু আভাষ বুজিবৰ উদ্দেশ্যে বৰ্ত্তমান আমাৰ স্কুলতো আগৰ 'ছাত্ৰ সভা'ৰ ঠাইত 'ছাত্ৰ পৰিষদ' গঠন কৰা হৈছে। ইয়াৰ মূল উদ্দেশ্য হৈছে ছাত্ৰসকলক ভৱিষ্যত দেশৰ সু-নাগৰিক কৰি গঢ়ি তোলা, সমাজত থিয় হৈ দু-আষাৰ কথা কবলৈ সক্ষম কৰি তোলা আৰু তেওঁলোকৰ মাজত দেশাত্মাকবোধ জগাই তোলা।

এই দায়িত্বপূৰ্ণ অনুস্থানটিৰ গুৰুভাৰ বহন কৰি কি ভাবে বৰ্ত্তমান অৱস্থাত উপনীত হৈছোহি তাৰ এটা সংক্ষিপ্ত বিৱৰণ দাঙি ধৰিলোঁ।

## বিদ্যালয়ৰ নিৰ্বাচন :

আমাৰ বিদ্যালয়ৰ বিষয়ববীয়া সকলক গোপন ভোটৰ দ্বাৰা নিৰ্ব্বাচিত কৰা হয়। তলত তেওঁলোকৰ নাম উল্লেখ কৰা হ'ল।

১। শ্ৰীদীনবন্ধু শৰ্ম্মা (প্ৰধানমন্ত্ৰী ছাত্ৰ-পৰিষদ)
২। " জীৱন চন্দ্ৰ নাথ (উপ: প্ৰধানমন্ত্ৰী " )
৩। " কৈলাশ কুমাৰ ভূঞা (সাংস্কৃতিক মন্ত্ৰী)
৪। " ভদ্ৰকান্ত হাজৰীকা (উপ: " " )
৫। " নীলধৰ নাথ (ফুটবল কেপ্তেইন)
৬। " ৰিয়াজুদ্দিন বৰুৱা (সহ: " " )
৭। " শশীধৰ নাথ (স্বাস্থ্য মন্ত্ৰী)
৮। " শিৱ প্ৰসাদ ভট্টাচাৰ্য্য (শিক্ষামন্ত্ৰী)
৯। " শশী প্ৰসাদ চহৰীয়া (সম্পাদক, অধ্যয়ন চক্ৰ)
১০। " নৱ কুমাৰ হাজৰীকা (সম্পাদক আলোচনী)
১১। " পদ্মধৰ ডেকা (সহ: " " )
১২। " যোগেন্দ্ৰ বড়া (সম্পাদক তৰ্ক সভা)
১৩। " ৰুদ্ৰেশ্বৰ ডেকা (সহ: " " )
১৪। " ধানেশ্বৰ ভূঞা (কেপ্তেইন, ভলীবল)
১৫। মঃ তবিবুল্লা (কেপ্তেইন ক্ৰিকেট, বেড্‌মিণ্টন)
১৬। শ্ৰীবাপুতি বৰ্নীয়া } যুটীয়া সম্পাদক
১৭। " বীৰেন্দ্ৰ শৰ্ম্মা } সঙ্গীত বিভাগ।

ইয়াৰ বাহিৰেও প্ৰত্যেক শাখাৰে একোখন মন্ত্ৰী সভা আছে। তেওঁলোকে নিজৰ শাখাৰ কাম চলায়। প্ৰত্যেক শাখাৰ পৰা এজনকৈ ছাত্ৰ-পৰিষদৰ সদস্য লোৱা হৈছে। এই পৰিষদৰ যোগেদি বৰ্ত্তমান বছৰৰ কাম চলাই অহা হৈছে। বহুত অসুবিধা স্বত্বেও আমাৰ ছাত্ৰ-পৰিষদৰ কাম সুকলমে চলাবলৈ যত্নৰ ক্ৰুটী কৰা নাই।

## বিদ্যালয়ৰ মুখপত্ৰৰ বিষয়ে :

ছিপাঝাৰ উচ্চ মাধ্যমিক স্কুলৰ মুখপত্ৰ খনৰ নাম স্কুলৰ নাম অনুযায়ী ৰখা হ'ল। ছাত্ৰবৃন্দ আৰু শিক্ষক সকলৰ লিখনিৰ পৰশত প্ৰতি বছৰে প্ৰকাশ পায়। যদি ছাত্ৰ সকলৰ উৎসাহ উদ্দীপনাত বাধা নপৰে তেন্তে ই নিয়মিত ভাবে ওলাই থাকিব। ইয়াৰ বহল উন্নতিৰ কাৰণে সকলোৱে যেন চেষ্টা কৰে— এয়ে আমাৰ সবল অনুৰোধ।

## বিবিধ কামত ছাত্ৰ আৰু ছাত্ৰসভা :

আমাৰ স্কুলৰ ছাত্ৰসকল বিবিধ উন্নতি মূলক কামত জড়িত থাকে। আমাৰ স্কুলৰ শিক্ষক শ্ৰীভৃগু চন্দ্ৰ বৰুৱা দেৱৰ পৰিচালনাত A.C C আৰু শ্ৰীঅম্বেশ্বৰ চহৰীয়া আৰু পদ্ম বড়া দেৱৰ পৰিচালনাত N.C C. নামৰ দুটা শিক্ষা অনুস্থানৰ জৰিয়তে শিক্ষা লবলৈ ছাত্ৰ সমাজে সুবিধা পাইছে।

আমাৰ স্কুলৰ ছাত্ৰ-পৰিষদৰ জৰিয়তে নানা উৎসৱ পৰ্ব্ব আদি পালন কৰা হয়। (১) শঙ্কৰ মাধৱৰ তিথি (২) ১৫ আগষ্ট (৩) গান্ধী জয়ন্তী (৪) শিশু দিৱস (৫) ২৬ জানুৱাৰী (গণতন্ত্ৰ দিৱস) (৬) ৰবীন্দ্ৰ শত-বাৰ্ষিকী ইত্যাদি উৎসৱ পালন কৰা হয়। ইয়াৰ উপৰিও বিশ্বকৰ্ম্মাৰ পূজা কৰা হয়। আমাৰ স্কুলৰ ছাত্ৰসকলৰ মাজত যথেষ্ট নৈতিক বল দেখা যায়।

## শোকসভা :

ছাত্ৰ-পৰিষদৰ যোগেদি পৃথিবীৰ শান্তিৰ প্ৰতীক

ভাৰতৰ প্ৰাণ নেহৰু খুড়াৰ মৃত্যু দিবস আৰু শ্ৰাদ্ধ-কিম্বা অস্থি বিসৰ্জন দিবস সমাৰোহেৰে পালন কৰা হয়। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা ফনীদত্ত আদি অসমৰ সুযোগ্য সন্তানসকলৰ মৃত্যুত শোক প্ৰকাশ কৰি মৃতকৰ আত্মাৰ সদ্গতিৰ অৰ্থে ভগবাণৰ ওচৰত প্ৰাৰ্থনা জনোৱা হয় আৰু শোক সন্তপ্ত পৰিয়াল বৰ্গলৈ সমবেদনা জনোৱা হয়। আমেৰিকাৰ প্ৰেছিডেণ্ট জন. এফ. কেনেডী, ছিপাঝাৰ নিবাসী তাৰিণীকান্ত বৰুৱা আৰু আমাৰ স্কুলৰ উদীয়মান ছাত্ৰ মঃ ইদ্দিশ আলিৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰা হয়।

**সাহায্য :**

আমাৰ ছাত্ৰ-পৰিষদৰ তৰফৰ পৰা এজন সৰ্বস্বান্ত হোৱা মানুহক আৰু এজন অন্ধ লৰাক সাহায্য কৰা হয়।

আমাৰ স্কুলখন অসমৰ ভিতৰতে এখন লেখত লবলগীয়া স্কুল। কিন্তু ইয়াত ছাত্ৰসকলে বিশেষ সুবিধা নোপোৱাৰ কাৰণ একো বুজি নাপাওঁ। অতি দুখেৰে কবলগীয়া হৈছো যে প্ৰতি বছৰে প্ৰস্তাৱ আকাৰে জনোৱা স্বত্বেও ছাত্ৰসকলৰ অসুবিধাবোৰ স্কুল কৰ্তৃপক্ষৰ দৃষ্টি গোচৰ হোৱা নাই। গতিকে পুনৰ তলত দিয়া বিষয় কেইটিলৈ দৃষ্টি পাত কৰি বিহিত ব্যৱস্থা কৰিবলৈ টানি অনুৰোধ জনোৱা হ'ল—

(১) ছাত্ৰ কমন ৰুমৰ ব্যৱস্থা।
(২) ছাত্ৰাবাসৰ সুব্যৱস্থা।
(৩) লাইব্ৰেৰীৰ সুব্যৱস্থা।
(৪) স্কুলৰ সমুখত স্থায়ী গেটৰ ব্যৱস্থা।
(৫) সঙ্গীত শাখাৰ যথোপযুক্ত ব্যৱস্থা।

যোৱা গোটেই বছৰ ধৰি মই মোৰ মৰমৰ ছাত্ৰ-বন্ধুসকলৰ পৰা যথেষ্ট সহায় সহযোগ পাই আহিছো। তেওঁলোকলৈ মই মোৰ আন্তৰিক ধন্যবাদ, শ্ৰদ্ধা, কৃতজ্ঞতা আৰু ধন্যবাদৰ শৰাই আগ বঢ়াইছো। মোৰ শ্ৰদ্ধাস্পদ শিক্ষাগুৰু সকলেও মোক সদুপদেশ নিৰ্দেশ আদি দিয়া বাবে মই তেওঁলোকৰ ওচৰত নতশিৰে শলাগৰ শৰাই আগ বঢ়াইছো। সদৌ শেষত ভুল-ভ্ৰান্তিৰ বাবে ক্ষমা বিচাৰি ভাষাহীন প্ৰতিবেদনৰ সমাৰণি মাৰিলো।

জয়হিন্দ্

*শ্ৰীদীনবন্ধু শৰ্ম্মা*
প্ৰধান মন্ত্ৰী, ছাত্ৰ-পৰিষদ।
ছিপাঝাৰ উচ্চ মাধ্যমিক স্কুল।
১৯৬৪ চন।

# তর্ক সভাৰ সম্পাদকৰ প্ৰতিবেদন

শৰীৰৰ পুষ্টি সাধন কৰিবৰ কাৰণে যেনেকৈ আহাৰ পানীৰ প্ৰয়োজন তেনেকৈয়ে মনৰ পুষ্টি সাধন কৰিবলৈয়ো আমাক লাগে কিছুমান সমল। এই সমল আমি অধ্যয়নৰ যোগেদি এই ছাত্ৰ অৱস্থাৰ পৰাই আহৰণ কৰিব লাগিব। কিয়নো আজিৰ ছাত্ৰই কালিৰ দেশ-নেতা। কাব্য, সাহিত্য, নাটক আদি পঢ়ি নাইবা তৰ্ক-প্ৰতিযোগিতা আদিৰ যোগেদি আমি আমাৰ মানসিক উৎকৰ্ষ সাধন কৰিব পাৰোঁ। তৰ্কৰ যোগেদি কোনো এটি বিষয়ৰ মূল — সিদ্ধান্ত বিচাৰি পাব পাৰোঁ, যেনেকৈ কোনো এটা ভাষা শিকিবলৈ হলে প্ৰথমতে বৰ্ণৰ লগত পৰিচয় হব লাগে ঠিক তেনেকৈ দৰ্শন শাস্ত্ৰ জানিব বিচাৰিলে প্ৰথমে তৰ্ক বিদ্যাৰ লগত পৰিচয় হব লাগিব। আমি যদি আমাৰ চাৰিওফালে চাওঁ তেনেহলে দেখিবলৈ পাওঁ — ৰূপে ৰসে ভৰা এই বিশাল পৃথিবীখনি। — গছ-লতা, তৃণ, তৰু। প্ৰকৃতিৰ বুকুত শুই থকা কত বিমল সৌন্দৰ্য্য। বিভিন্ন প্ৰাণী। প্ৰকৃতিৰ বুকুৰ মাজে মাজে ধৰণ কৰা মৰুভূমি, মালভূমি, পৰ্ব্বত, পাহাৰ — বিৰাট বাৰিধি। এই সকলোৱেই আমাৰ মনত চিন্তাৰ ঢৌ তোলে। আমি ভাবো — ইহঁতৰ জন্ম ক'ত? শেষ ক'ত? ই বাস্তৱ নে প্ৰহেলিকা।? — এই বিলাক প্ৰশ্নৰ উত্তৰ বিচাৰিবলৈ গলে আমাৰ মনত কত তৰ্ক বিতৰ্কৰ জোঁৱাৰ উঠিব! শেষত হয়তো ইয়াৰ মূল সিদ্ধান্তত উপনীত হবলৈ তৰ্ক বিজ্ঞানৰ আশ্ৰয় লব লাগিব।

আমি তৰুণ সকলেই যত্ন কৰিব লাগিব পৃথিবীৰ দাৰ্শনিক সকলৰ মাজত উচ্চ স্থান লবলৈ। তাকে কৰিব লাগিলে — আমি প্ৰথমতে তৰ্কৰ বিষয়ে সম্যক জ্ঞান লাভ কৰিব লাগিব। আমি সৃষ্টি কৰিব লাগিব — চক্ৰেটিচ, মাৰ্ক্স, শ্ব', গান্ধী, টলষ্টয়, লিঙ্কণ, প্লেটো আদি জগতক এখোজ আগবঢ়াই দিওঁতা সকলৰ। তেওঁলোকৰ দৰে জীৱন গঢ়ি সমব বালিত খোজ থবলৈ হলে আমি যথেষ্ট মানসিক উৎকৰ্ষ সাধন কৰিব লাগিব। আমাৰ এই উৎকৰ্ষ সাধনত সহায় কৰিব তৰ্ক সভা — সাহিত্য সভা আদি বিভিন্ন অনুষ্ঠানবোৰে!

ছাত্ৰ সকলৰ মানসিক উৎকৰ্ষ সাধনাৰ্থে আমাৰ স্কুলত ১৯৫৯ চনত "তৰ্ক সভা" অনুষ্ঠানটি স্থাপন কৰা হয়। নানা অসুবিধাৰ বাবে এতিয়ালৈকে ই গা কৰি উঠিব পৰা নাই।

তৰ্ক-সভাৰ খৰচ পাতি এতিয়ালৈকে ছাত্ৰ পৰিষদে বহন কৰি আহিছে। এই বছৰত আমাৰ স্কুলত কেইবাখনো তৰ্ক সভা আহবান কৰা হৈছিল। ১৮.৬.৬৪ তাৰিখ বুধবাৰে আমাৰ বাৰ্ষিক অধিবেশনৰ লগত এখনি বিশেষ তৰ্ক-সভা পতা হৈছিল। তৰ্কৰ বিষয়।" আছিল "যুদ্ধই মানৱ জাতিৰ উন্নতি তৰ্ক সভাখনত পদ্মধৰ ডেকা আৰু মোবাৰক হুছেইন ১ম, যোগেন্দ্ৰ বড়া আৰু নৰেশ্বৰ শৰ্ম্মা ২য় আৰু পবিন্দ্ৰ চহৰীয়া ৩য় পুৰস্কাৰেৰে পুৰস্কৃত হৈছিল। বিশেষ অসুবিধা নেথাকিলে আন আন ঠাইতো তৰ্ক প্ৰতিযোগিতাত আমাৰ ছাত্ৰই অংশ গ্ৰহণ কৰে। এই-বাৰ ২৭।৫।৬৪ তাৰিখ বৃহস্পতিবাৰে মঙ্গলদৈ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলত অনুষ্ঠিত হোৱা তৰ্ক-প্ৰতি-যোগিতাত আমাৰ স্কুলৰ পৰা দুজন ছাত্ৰই অংশ গ্ৰহণ কৰি সুখ্যাতি আৰ্জিছিল।

আজি আমাৰ ছাত্ৰসকলৰ মাজত কিছু পৰিমাণে

উৎসাহ-উদ্দীপনা দেখা গৈছে। ভবিষ্যতে এই তৰ্ক-সভাখনে ভালদৰে ঠন ধৰি উঠিব বুলি মই আশা কৰিলোঁ।

এই তৰ্ক সভাখনৰ মানদণ্ড উচ্চ কৰিবলৈ মাননীয় শিক্ষক শ্ৰীযুত কনক সেন ডেকা এম, এ, দেৱে যি উৎসাহ-উদ্দীপনা আৰু নতুন নতুন পদ্ধতি মোক দিলে তাৰ বাবে তেওঁলৈ মই শলাগ আৰু আন্তৰিক শ্ৰদ্ধা আগবঢ়াইছোঁ। তৰ্ক-সভাৰ বিভিন্ন কামত সহায় আগবঢ়োৱা ছাত্ৰবন্ধু সকলকো মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

সদৌ শেষত মিনতি জনাই এই অনুষ্ঠানটিৰ সৰ্বাঙ্গীন উন্নতি কামনা কৰি অজ্ঞানিতে কৰা দোষ ক্ৰুটীৰ বাবে ক্ষমা বিচাৰি মোৰ এই ভাব-ভাষাহীন সংক্ষিপ্ত বিবৰণীৰ সামৰণি মাৰিলোঁ।

**জয়হিন্দ্**

শ্ৰীযোগেন্দ্ৰ বড়া,
সম্পাদক
তৰ্ক-সভা ( ছাত্ৰ পৰিষদ )
ছিপাঝাৰ উচ্চতৰ মাধ্যমিক স্কুল।



# স দ য়
# স্মা কী

## আমাৰ ঐতিহ্য :

ছিপাঝাৰ তথা সদৌ মঙ্গলদৈৰ অতীত বুৰঞ্জী বিচাৰিলে ইয়াৰ এটি স্বকীয়া বৈশিষ্ট্য চকুত পৰে। বৰ্ত্তমান সেই কলা-সংস্কৃতিৰ যাদুঘৰ মঙ্গলদৈৰ প্ৰাচীন ঐতিহ্য আমি কিমানদূৰ ৰাখিব পাৰিছোঁ সি বিবেচনীয়। প্ৰাক্ বৈষ্ণৱ যুগতেই ইয়াত ওজাপালী, পুতলা নাচ আদিৰ প্ৰচলন আছিল বুলি ভাবিবৰ অবকাশ আছে। কোচ ৰজাৰ আমোলত ৰজাঘৰীয়া পৃষ্ঠপোষকতাত ওজাপালী, দেওধনী নাচ আদিয়ে বিশেষ ব্যুৎপত্তি লভিছিল। এই ক্ষেত্ৰত ছিপাঝাৰ বাসীৰ অৰিহণা উল্লেখ যোগ্য।

তাৰ পিছত বহুতো বছৰ পাৰ হৈ গ'ল। আমিও প্ৰগতিৰ বাটত ভালেখিনি আগবাঢ়ি আহিলোঁ। কিন্তু নিলিখা ইতিহাসবোৰলৈ আমি অকনো কানসাৰ নকৰিলোঁ আৰু লগে লগে আমি সকলোৱে আত্মকেন্দ্ৰিক হৈ পৰিলোঁ। সেয়েহে আমাৰ ইয়াত আজিকোপতি স্থায়ী নাট্য মঞ্চ, ডাঙৰ লাইব্ৰেৰী আৰু আন কোনো কলা অনুষ্ঠান গঢ়ি নুঠিল। ধূমকেতুৰ দৰে কেই-দিনমানৰ বাবে জীয়াই থাকি এইবোৰ মৰহি যায়।

শিক্ষাৰ ক্ষেত্ৰত আমোদ প্ৰমোদৰ ব্যৱস্থা থকাটো একান্ত বাঞ্ছনীয়। এইবোৰ নোহোৱাৰ ফলতেই ছিপাঝাৰৰ ল'ৰা-ছোৱালীবোৰ সোৰোপা হবলৈ পাইছে। ল'ৰা-ছোৱালীৰ শৃঙ্খলতা নাইবা নৈতিকতা বজাই ৰাখিবলৈ হলে আৰু তেওঁলোকৰ বেয়া ৰিপুবোৰৰ শুধৰণি কৰণৰ বাবে ( For sublimation ) হলেও তেওঁলোকক বাহিৰা খেলা ধূলা আৰু গান-বাজনাৰ প্ৰয়োজন। বহুতে ছিপাঝাৰৰ ল'ৰা-ছোৱালীৰ সৃষ্টিশীল মনীষাৰ অভাৱ বুলি অনুশোচনা কৰে। আচলতে তেনে নহয়। কোনো এখন অনুষ্ঠানৰ আলম নোপোৱাকৈ সুকুমাৰ কলাৰ সুশৃঙ্খল বিকাশ সাধিব নোৱাৰি। অৱশ্যে আমাৰ অনুষ্ঠান নোহোৱা নহয়—নামত আছে, কামতহে নাই। ছিপাঝাৰ ডায়েমণ্ড ক্লাব আছে—সেইটো মুষ্টিমেয় কেইজনমান লোকৰ হাতত হে। চেমনীয়াৰ বাবে তাত কোনো স্থান ( Provision ) নাই আৰু বেলেগ অনুষ্ঠানো নাই। "মইনা পাৰিজাত চ'ৰা" নামৰ এটি যেনিবা অনুষ্ঠান গঢ়ি উঠিছিল; সিও লেৰেলি পৰা গছ পুলিটি যেন হৈ ৰ'ল। স্থানীয় ভদ্ৰলোকসকলে এই ক্ষেত্ৰত কানসাৰ নিদিয়া বাবেই তেনেকুৱাবোৰ হবলৈ পাইছে। সমূহীয়া স্বাৰ্থৰ কাৰণে আগ-বাঢ়ি অহা মানুহ খুব কমেইহে আছে। মই

এই খিনিতেই এটি অনুৰোধ কৰিছোঁ, ছিপাঝাৰৰ ভৱিষ্যত উজ্জ্বল কৰিবৰ কাৰণে আমাক অৰ্থাৎ উঠি অহা ল'ৰা-ছোৱালীবিলাকক Proper guidance দিবলৈ হলেও কেইজনমান শিক্ষিত ডেকা আগবাঢ়ি আহক। তেতিয়া হলেহে আন ঠাইৰ দৰে প্ৰগতিৰ ক্ষেত্ৰত আমিও এধাপমান আগুৱাই যাব পাৰিম।

## আমাৰ অভাৱ-অভিযোগ—

সম্পাদকীয় শিতানত ইমান বছৰে স্কুলৰ নানান অভাৱ-অভিযোগৰ কথা উন্মুকিওৱা হৈ আহিছে। তথাপি আমাৰ অভাৱ এতিয়ালৈকে শেষ হোৱা নাই। স্কুল কৰ্ত্তৃপক্ষক এইখিনিতেই কেইটামান অনুৰোধ কৰা হ'ল।

ছাত্ৰৰ কমনৰুম এটাৰ অভাৱ ইমান দিনে বাৰুকৈয়ে অনুভৱ কৰা হৈছে। কিন্তু স্কুল কৰ্ত্তৃপক্ষই ছাত্ৰসকলৰ এইকণ অভাৱ পূৰণৰ চেষ্টা কৰা আমি আজিলৈ দেখা নাই। স্কুলৰ লাইব্ৰেৰীৰ বাবেও এটা সুকীয়া কমৰ দৰকাৰ। গতিকে কৰ্ত্তৃপক্ষক অনুৰোধ কৰা হ'ল যাতে তেখেত সকলে স্কুলৰ দুইফালৰ বিল্ডিঙৰ মাজৰ অসম্পূৰ্ণ ঠাইখিনি সম্পূৰ্ণ কৰি অনতিপলমে এটা ডাঙৰ কম সাজি দিয়ে। তেতিয়া হলে লাইব্ৰেৰী আৰু ছাত্ৰৰ কমনৰুম একেটা কমতে হব আৰু যথেষ্ট সুবিধাও হব

১৯৬৩ চনৰ পৰা আমাৰ স্কুলত উচ্চতৰ মাধ্যমিক স্কুলৰ পাঠ্যক্ৰম প্ৰবৰ্ত্তন কৰা হয়। এই পাঠ্যক্ৰম আগৰ পাঠ্যক্ৰমতকৈ যথেষ্ট দীঘলীয়া। দূৰৰ ছাত্ৰবোৰে চাৰি বজালৈ স্কুলত থাকি ঘৰৰ পৰা অহা যোৱা কৰি পঢ়াটো অশেষ কষ্টকৰ হৈ পৰিছে। সেইবাবে দূৰৰ ছাত্ৰবোৰৰ কাৰণে আমাৰ স্কুলত এটা স্থায়ী ছাত্ৰাবাসৰ দৰকাৰ। চৰকাৰেও ছাত্ৰাবাসৰ কাৰণে কেইবা হাজাৰো টকাৰ সাহায্য দিয়া বুলি আমি গম পাওঁ। গতিকে কৰ্ত্তৃপক্ষই অতি সোনকালে দুশমান ছাত্ৰৰ উপযোগী এটা ছাত্ৰাবাসৰ ব্যৱস্থা কৰিব লাগে।

স্কুলৰ সৌন্দৰ্য্য বৃদ্ধিৰ বাবে এটি স্থায়ী তোৰণৰ আৱশ্যক। আমাৰ স্কুলৰ ছাত্ৰৰ সংখ্যা বৰ্ত্তমান আঠশৰো অধিক। গোটেই বিলাক ছাত্ৰৰ মুকলি সভা বিভিন্ন কাৰণত প্ৰায় বহিয়েই থাকে। লাউড স্পীকাৰ এটাৰ অভাৱত এই সভাবোৰ শৃঙ্খলাবদ্ধ ভাবে আৰু সুচাৰুৰূপে চলি নাযায়। গতিকে স্কুলৰ নিজাকে এটা লাউড স্পীকাৰ কৰি দিবলৈ কৰ্ত্তৃপক্ষক অনুৰোধ কৰা হ'ল।

## স্মৃতি তৰ্পণ :

১৯৬৪ চনৰ বছৰটো এটা বৰ দুৰ্য্যোগপূৰ্ণ বছৰ। বিশ্ববৰেণ্য নেতা, স্বাধীন ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী জৱহৰলাল নেহৰুৰ বিয়োগ সমগ্ৰ বিশ্বৰ বাবেই এটি অপূৰণীয় ক্ষতি। এই বছৰ টোতেই অসম আৰু অসমীয়া সাহিত্যৰ কৰ্ণধাৰ কেই গৰাকীমানো স্বৰ্গগামী হয়। তেখেতসকল হৈছে—ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ডঃ সূৰ্য্যকুমাৰ ভূঞা, যতীন্দ্ৰ নাথ দুৱৰা ৰাধানাথ ফুকন, পাৰ্ব্বতি প্ৰসাদ বৰুৱা আৰু কেদাৰ নাথ গোস্বামী। তেখেত সকলৰ আত্মাৰ শান্তি কামনা কৰি আমাৰ ভক্তি পূৰ্ণ শ্ৰদ্ধাঞ্জলি জনাইছোঁ।

**ছাত্রবন্ধু সকললৈ :**

বন্ধুসকল ! আমি প্ৰত্যেকে দেশ মাতৃকাৰ একোজন সুযোগ্য সন্তান হবলৈ চেষ্টা কৰা উচিত। তাৰ বাবে আমাক লাগিব উচ্চাকাঙ্ক্ষা। মহৎ-লোকৰ আদৰ্শ লব লাগিব। নিজক সু পথেৰে চলাই নিব লাগিব। আমাৰ মাজত একতাবোধ দিনে দিনে কমি যোৱা দেখা গৈছে। তাৰ কাৰণে আমি লাহে লাহে দুৰ্ব্বল হৈ পৰি সকলোতে পিছ পৰি গৈছোঁ। আমি সকলো বিষয়তে পটু হবলৈ যত্ন কৰিব লাগে। সাহিত্যতো আমাৰ হাত থকা দৰ্কাৰ।

এইকণ লিখা বাবে ছাত্ৰবন্ধু সকলে যেন মোক উপদেশৰ জোলোঙা মেলিবলৈ যোৱা বুলি নেভাবে। আৰু এটা অনুৰোধ আছে—আমাৰ গোটেইখিনি ছাত্ৰ মিলি পোছাকবোৰ 'ইউনিফৰ্ম' (Uniform) কৰিব লাগে।

**ব্যক্তিগত :**

আলোচনীখন পঢ়ি কেনেকুৱা পায় নেজানো। গতানুগতিকতাৰ পৰা অলপ ফালৰি কাটি আহিব বিচাৰিছিলোঁ। কিমান দূৰ কৃতকাৰ্য্য হব পাৰিছোঁ কব নোৱাৰো। 'পদুম'ৰ সলনি এইবাৰ আমাৰ আলোচনীখনৰ নাম স্কুলৰ নামেৰে নামাকৰণ কৰা হৈছে।

আলোচনীৰ বাবে যথেষ্ট ৰচনা পাইছিলোঁ। কিন্তু প্ৰায় আটাইবোৰেই প্ৰকাশৰ উপযুক্ত নহয়। বিজ্ঞানৰ যুগত বিজ্ঞান সম্বন্ধীয় এটাও প্ৰবন্ধ মোৰ হাতত নপৰাত মই সঁচাকৈয়ে দুখ পাইছোঁ। ৪ৰ্থ, ৫ম আৰু ৬ষ্ঠ শ্ৰেণীৰ ভাইটিহঁতৰ বাবে এইবাৰ "ভাইটিহঁতৰ চ'ৰা" নামৰ এটা শাখা খুলি পেলালোঁ। ইয়াৰ জৰিয়তে তেওঁলোকৰ কুমলীয়া মনৰ বিকাশ সাধন হলে নিজকে ধন্য মানিম আৰু লগতে আনন্দও লভিম।

আলোচনীখনৰ সম্পাদনা কাৰ্য্যত মোক যিসকল ব্যক্তিয়ে আশানুৰূপ ভাবে সহায় সহযোগ কৰিছে, তেখেতসকলৰ নাম উল্লেখ কৰি মোৰ কৃতজ্ঞতা সীমাবদ্ধ কৰাৰ দুঃসাহস এতিয়াও হোৱা নাই। এই খিনিতেই তেখেত সকললৈ আৰু প্ৰত্যেক ছাত্ৰ আৰু লিখক সকললৈ মোৰ আন্তৰিক ধন্যবাদ জনাইছোঁ। অনিচ্ছাকৃত ভুল যদি কাৰোবাৰ চকুত ধৰা পৰে তাৰ বাবে যেন মোক ক্ষমা কৰে।

**জয়হিন্দ্**



# SIPAJHAR

## GOVT. AIDED HIGHER SECONDARY SCHOOL

## MAGAZINE



*Editor* : **Naba Kumar Hazarika.**

*Asstt. Editor* : **Padma Dhar Deka.**

VOL. XIII : 1964

## In This Issue.

# STUDENTS DUTIES

**Sri Bhu-Chandra Barua** B. A.
*Teacher.*

It is rather a very difficult task to discuss the duties of the student community in general, but it is in this my essay I wish to discuss the duties of the students particularly of the Secondary stage. The student of this stage are not strictly adults and hence physically, psychologically and socially they are not competent enough to shoulder the burden of the worldly responsibilities. In order to know the respectable meaning and cardinal values of life, when they will grow up to manhood the students are as a rule (guided by the social law and morality) always suggestible by them who are qualified, wise and efficient enough to suggest for goodness etc. In a society the efficient and capable leadership always counts and when this trait is not given proper value, then it is mere a dream to understand the real meaning of peaceful and happy life in a society.

When we have to deal with the affairs of the students we generally care to look into the students belonging to the non-urban areas whose number is increasingly great. This huge percentage of students has become a waste as well as drag on the society of which they belong when judged from every angle. Not to speak of the pathetic frustration befallen on the majority of the students, even this infection on the brilliants has become gradually greater finally leading to a state of utter helplessness.

There are no doubt innumerable external as well as internal factors which our boys (and you are the citizen of tomorrow) have become a victim to this deterioration. More or less one thing is obvious and that is absence of 'Sense of duty' and there by discipline among the student community at large and it is the deciding factor for the want of which

they can unhasitatingly be questioned.

Now then, what are the duties of the students— the students who will constitute the sound civic people of a prospecting independent country having various setbacks confronting her. The duties are innate urges which are derived by conscience. Lots of interpretations are given as to the duties and yet it can be unquestionably opined that duty to the mother country comes first. Not only to the students but for all this dnty is a must, lacking which there is ruin. Netaji Bose said calling to his I. N. A soldiers "Your first and foremost duty is to your mother country." Other duties to the students may be said are the duties to your school and to your parents and the importance of them cannot be neglected.

What are the duties to your school? The answer may not be possible in a word. You come to school to learn—to learn everything; which will help the growth of the man in all respects. So in this learning process you should obey and respect the established rules of the school. Punctuality is a part of the school descipline. Therefore you the students should see that in no case this part of education is neglected. Students should not be critics to the teachers. The teachers are there to give selfless service to the student community-the pupils under them. It is the bounden duty of tne students to obey their teachers and understand them.

Make hay while the sun shines is the wise saying, so the students besides minding to the relevent matters, you must read hard to make your growth steady and well balanced.

Charity begins at home Therefore the students should render service to the country having carefully handling the school properties which are the products of ours overtaxed parents toil.

The students have their duties to their parents and to their homes. They must perform all the things that fall on their way in day in and day out and perform in right earnest; and give a helping hand to the parents in making a harmonious

homestead which is consisted with so many members. But in doing all these things the students should take care to do them without doing harm to their studies.

We are living in this astonishingly complex world, where changes and variations have become the order. It becomes for everybody in this world to adjust him to anything he is placed or confronted, otherwise there is no hope by which we can live as man. Students of to-day are sure to meet with still more and more complexities falling on their way of life. If the students do not guard up henceforth they will find their future full of thorns. But that is not the goal of life. Therefore it has become the duty of the students to be up and doing to face everything seriously to any worldly task falling on their way This is the way to success in life though not a means to an end.

# To the Keteki : A bird of Nature.

*Chandi Ram Saikia.*
Ex-Student.

When I was sleeping in my bed
In the mid-night with my father,
With the happiness of a baby in the
Warm breast of its happy mother ;

I felt as if I dreamt a happy dream
Of a divinely bird on the tall tree,
With its sweet melodious song piercing
Through my heart, sleepy, calm and free

When I awoke in the darkness of house
I knew it was the Keteki's mysterious voice,
But not the voice of the black cuckoo
Singing happily with full throat case

It was at the dead of night of May
Flooded with light of the full moon,
All creatures slept except that—
That heavenly bird devoted to song.

The song of the bird reminded those
Who were awakening with earthly pain
Of daily life of hard struggle—the
Pain of its heart with its song.

Oh and on in day and night both,
And reminding us our suffering.
Oh ! What is the pain or sorrow of it ?
Who knows why it goes on singing—

Oh ! poets are familiar with the Cuckoo
But do they know its pain or sorrow ?
Oh ! my dear Keteki where you go
To heaven or other land unknown !

Oh bird ! thine song leaves to us
A great curiosity of the dead past
And the kingdom of vast nature
And the greatness of God's skilful art.

Oh bird ! thine song a bliss of solitude
Sung in the silence of mid-night
Reigns all through my soft heart
Giving an unknown joy and mirth.

Thou blessed bird of April and May
Be happy and joy with thine song,
No one comes to disturb you
In such a night dangerous and long.

I am very happy in thine song
Many thoughts come out of my heart,
To describe thine greatness and song
To immortalise thine melody of night.

# Our Magazine : A Brief Review.

**Naba Kr. Hazarika.**
Class IX. sc.

Before going to write about a Magazine we must know at first what is literature. Many a man has expressed many things about literature. Generally, by literature, we mean the new products of one's own mind, of the society and the products of the outer world through one's mind.

Magazines occupy a very responsible place in literature. The thought or the sense of literature rises in the minds of all men more or less. But due to the various obstructions of developments, the literary talents of many people are nipped in the bud. The magazines play a great part in removing these obstructions and clear the path of literary developments for the talented literary persons. Magazines contribute a great deal in the literature of all Languages of the world. All persons, young and old may enter the world of literature through Magazines and they can learn many new things through them. The contributions of the magazines -- 'The Arunodoi', 'The Asam Bandhu', 'The Jonaki', 'The Usha', 'The Banhi' etc., in the foundation and development of Assamese Literature can never be forgotten. The following magazines, namely 'The Awahan', 'The Ram Dhenu', 'The Nilachal', 'Amar Protinidhi', 'The Naba Yug' and such other magazines also have greatly helped in the growth and rapid development of the Modern Assamese Language and Literature.

According to the critics there are some outbursts in men's minds. These outbursts give great impetus to the writers to write about some new things. or to do some new literary works. The following are these outbursts :-

1. Self expression through writings.
2. To be a member and companion of the society.
3. To desire for imagination.
4. To feel for a literary picture in the mind.

Our school Magazine is also another image of these outbursts. The name of our school magazine was "The Padum" previously. At the very outset this magazine was published for some years in the Manuscript condition for some unavoidable reasons. Fortunately due to the joint efforts of the teachers and the students, the first printed magazine was published in 1949 A. D.

The names of the Editors from the 1st to the 12th Edition are given below :—

| | | | |
|---|---|---|---|
| 1st Edition | — 1949 A. D. | — Sri Naranath Bhattacharjya | |
| 2nd " | — 1950 " | — " Siteswar Kalita | |
| 3rd " | — 1951-52 " | — " Bireswar Sarma<br>" Bharat Ch Nath | '51 |
| | | " Kaminath Saharia— | '52 |
| 4th " | — 1953-54 " | — " Kanduram Sarma— | '53 |
| | | " Atul Ch. Sarma— | '54 |
| 5th " | — 1955 " | — " Sashidhar Nath | |
| 6th " | — 1956 " | — " Golok Ch. Barua | |
| 7th " | — 1957 " | — " Sarat Ch. Sarma | |
| 8th " | — 1958 " | — " Hem Ch. Saharia | |
| 9th " | — 1959-60 " | — " Hema Deka | |
| 10th " | — 1961 " | — " Lakshi Deka | |
| 11th " | — 1962 " | — " Upendra Ch. Deka | |
| 12th " | — 1963 " | — " Rabindra Saharia | |

The present Edition of the Magazine is 13th Edition, 1964. From this Edition the name and the Block-photo on the front page of the Magazine have been changed with the unanimous opinion of the members. The magazine has been renamed as —"The Sipajhar Govt. Aided Higher Secondary School Magazine", instead of "The Padum". In this connection we may quote our Late Prime Minister Nehru as "Nobody can be static in the dynamic world." This time the photo of the first Prime Minister of Eree India, and a great world leader Late Jawaharlal Nehru has been placed in the front page to preserve his memory. But infuture this may be changed.

At last I hope that our Magazine will continue every year. Also, I hope, it will occupy an important place in the field of literature.

**Thanks.**

# EXECUTIVE COMMITTEE

## Student Parliament, Sipajhar H. S. School.

### Session—1964

Sri Bhumidhar Hazarika B. A. Head Master ( President )
Sri Bidya Ram Sarma Sastri, Vice President.
Dinabandhu Sarma, Prime Minister.
Jiban Chandra Nath, Deputy Prime Minister.

**Class Representative :-**

| | | | |
|---|---|---|---|
| Bhupendra Narayan Konwar | X A | Ganeswar Sarma | VII D |
| Siba Prasad Bhattacharyya | X B | Ganesh Chandra Bania | VI A |
| Jogendra Nath Bora | IX A | Md. Sahjahan | VI B |
| Riajuddin Ahmed Barua | IX B | Kumud Chandra Saharia | VI C |
| Chandi Ram Barua | VIII B | Shah Alam Shattar | V A |
| Barkat Ali | VIII C | Mukul Kumar Saharia | V B |
| Bhabani Charan Das | VII A | Kamaleswar Kalita | IV A |
| Bhadra Kanta Hazarika | VII B | Kamaleswar Saikia | IV B |
| Durlav Chandra Deka | VII C | | |



# Functionaries of the Student-Parliament

## Session—1964

| | |
|---|---|
| Dinabandhu Sarma-- | Prime Minister. |
| Jiban Chandra Nath— | Deputy Prime Minister. |
| Siba Prasad Bhattacharyya— | Education Minister. |
| Kailash Kumar Bhuyan— | Cultural Minister. |
| Bhadra Kanta Hazarika— | Deputy, Cultural Minister. |
| Sasidhar Sarma— | Health Minister. |
| Naba Kumar Hazarika— | Editor, Magazine. |
| Padma Dhar Deka— | Asstt. Editor, Magazine. |
| Sasi Prasad Saharia— | Secy. Study Circle. |
| Jogendra Nath Bora— | Debating Secretary. |
| Rudreswar Deka— | Asstt. Debating Secy. |
| Birendra Kr. Sarma<br>Baputi Bania | Joint, Secy. Music Section. |
| Niladhar Nath— | Football Captain. |
| Riajuddin Ahmed Barua— | Asstt. Football Captain. |
| Thaneswar Bhuyan— | Volley ball Captain. |
| Md. Tabibulla— | Cricket & Badminton Captain |

## Magazine Editorial Board.

| | |
|---|---|
| Sri Bidya Ram Sarma Sastri,— | President. |
| Naba Kumar Hazarika— | Editor. |
| Padmadhar Deka— | Asstt. Editor. |
| Kailash Kumar Bhuyan— | Cultural Minister. |



## Members of the Sub-Committee of Student Parliament.

| | |
|---|---|
| Naba Kumar Hazarika, | IX A |
| Padma Dhar Deka, | IX A |
| Kailash Kumar Bhuyan, | IX A |
| Thaneswar Bhuyan, | IX A |
| Rudreswar Deka, | IX B |
| Sasidhar Sarma, | IX C |
| Sasi Prasad Sarma, | IX C |
| Niladhar Nath, | IX C |
| Birendra Kumar Sarma, | VIII A |
| Baputi Bania, | VIII C |
| Md. Tabibullah, | VIII C |

---

The End.